# চাহ জনজাতিৰ কিম্বদন্তী

গণেশ চন্দ্ৰ কুৰ্মি




অসম সাহিত্য সভা

CHAH JANAJATIR KIMBADANTI : A Collection of folk-tales of the tea tribe of Assam compiled by Sree Ganesh Chandra Kurmi, and published by Sree Satish Chandra Choudhury, General Secretary, Asam Sahitya Sabha, Chandrakanta Handique Bhavan, Jorhat - 785001. Year of publication : February, 1997. Price : Rs. 40.00 only.

---

প্ৰকাশক ঃ
শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী
প্ৰধান সম্পাদক
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট - ৭৮৫০০১

ৰচক ঃ
শ্ৰীগণেশ চন্দ্ৰ কুৰ্মি
অসম চাহ শ্ৰমিক কল্যাণ পৰিষদ
গণেশগুৰিচাৰিআলি, দিছপুৰ
গুৱাহাটী - ৭৮১০০৬



**প্ৰথম প্ৰকাশ ঃ** ফেব্ৰুৱাৰী, ১৯৯৭

**মূল্য ঃ** ৪০.০০ টকা

**অক্ষৰ-বিন্যাস ঃ** টাইট্‌লিং লেজাৰ্ প্ৰিণ্ট্
চান্দমাৰি, গুৱাহাটী - ৩

# উছৰ্গা

*সপোনবোৰ বাস্তৱত ৰূপায়িত কৰাত*
*নিৰন্তৰে অৰিহণা যোগাই অহা*
*আলেয়া কুৰ্মিৰ হাতত*

— লেখক

# আগকথা

অসমৰ ভাষা-সাহিত্য-সংস্কৃতি-বিষয়ক মূল্যবান গ্ৰন্থৰাজি প্ৰকাশৰ জৰিয়তে ভাষা-জননীৰ সেৱা কৰাটো জাতীয় অনুষ্ঠান অসম সাহিত্য সভাৰ অন্যতম ঘোষিত উদ্দেশ্য। এই পৰ্যন্ত কেইবাশও গ্ৰন্থ প্ৰকাশেৰে সভাই ইয়াৰ বাঞ্ছিত লক্ষ্যৰ অভিমুখে বহুদূৰ আগুৱাই গৈছে। সেয়ে হ'লেও গ্ৰন্থ প্ৰকাশনৰ ক্ষেত্ৰত আত্মসন্তুষ্টি লভিব পৰা অৱস্থা এটা আহিবলৈ এতিয়াও অনেক বাকী আছে। যিবোৰ গুৰুত্বপূৰ্ণ বিষয়ত অসমীয়া ভাষাত এতিয়াও কিতাপ ছপা হৈ ওলোৱা নাই, তেনেবোৰ ক্ষেত্ৰ চিনাক্ত কৰি বছৰি অসম সাহিত্য সভাই একোখন প্ৰকাশন আঁচনি যুগুতাই লৈ তাক বাস্তৱ ৰূপ দিবৰ প্ৰয়াস কৰে। সাম্প্ৰতিক কালত গ্ৰন্থ প্ৰকাশ কাৰ্য ব্যয়সাধ্য হৈ উঠাৰ হেতু সভাৰ প্ৰকাশন আঁচনিও যে কিছু স্তিমিত হৈ পৰিছে তাক অস্বীকাৰ নকৰি নোৱাৰি। এনে পৰিস্থিতিত অসম সাহিত্য সভাই প্ৰকাশন কাৰ্য অব্যাহত ৰাখিবলৈ ৰাজ্যৰ প্ৰধান চৰকাৰী/বেচৰকাৰী ব্যৱসায়িক তথা ঔদ্যোগিক প্ৰতিষ্ঠানসমূহৰ উদাৰ অৰ্থ-সাহায্যৰ বাবে আহ্বান জনাইছে। সভাৰ এই আহ্বানৰ প্ৰতি সঁহাৰি দিয়া এটি প্ৰসিদ্ধ প্ৰতিষ্ঠান হৈছে— মেক্‌লয়ড্ ৰাছেল্ (ইণ্ডিয়া) লিমিটেড।

এই প্ৰখ্যাত চাহ কোম্পনীটোৰ আৰ্থিক অনুদানেৰে চলিত বছৰত চাহ বাগিচাৰ জীৱনৰ সৈতে নিবিড়ভাৱে জড়িত দুটি বিষয়ৰ দুখনি বহুমূলীয়া পুথি প্ৰকাশ কৰা সম্ভৱপৰ হৈ উঠিল। ইয়াৰে অন্যতম হৈছে— লোক-সংস্কৃতিৰ বিশিষ্ট গৱেষক শ্ৰীগণেশ চন্দ্ৰ কুৰ্মিৰ 'চাহ জনজাতিৰ কিম্বদন্তী' শীৰ্ষক গ্ৰন্থখনি।

শ্ৰীকুৰ্মিয়ে অশেষ শ্ৰমেৰে সংগ্ৰহ কৰা চাহ-জনজাতি সম্প্ৰদায়ৰ এই এমুঠি সাধুকথাই সকলো শ্ৰেণীৰ পাঠককে ৰসাস্বাদন কৰাবলৈ সমৰ্থ হ'ব বুলি আশা কৰিলোঁ।

**গুৱাহাটী**
**ফেব্ৰুৱাৰী, ১৯৯৭**

**লক্ষ্মীনন্দন বৰা**
সভাপতি
অসম সাহিত্য সভা

## প্ৰধান সম্পাদকৰ নিৱেদন

বিভিন্ন নৃগোষ্ঠীৰ পৱিত্ৰ মিলনক্ষেত্ৰ অসম ৰাজ্যৰ অন্যান্য জাতি, উপজাতিৰ দৰেই চাহ জনজাতিও লোককথা আৰু কিম্বদন্তীৰ এক অফুৰন্ত ভঁৰালৰ অধিকাৰী। এই লোককথাৰ কল্পৰাজ্যত প্ৰৱেশ কৰি শিশুসকলে যিদৰে অনিৰ্বচনীয় আনন্দ অনুভৱ কৰে, বিজ্ঞজনেও অনুৰূপভাৱে লোককথাসমূহৰ মাজত বিচাৰি পায় অনেক সাংস্কৃতিক উপাদান। ইতিমধ্যে অসমৰ চাহ জনজাতি সমাজৰ বিভিন্ন দিশ সামৰি লোৱা কেইবাখনিও গ্ৰন্থ প্ৰকাশিত হৈছে যদিও এই শ্ৰমজীৱী সমাজত মুখে মুখে বাগৰি অহা সকলো লোককথা এতিয়াও সংগৃহীত অথবা গ্ৰন্থাকাৰে সংকলিত হ'বলৈ বাকী আছে। এই গ্ৰন্থখনিৰ জৰিয়তে এনে বহুসংখ্যক লোককথা লিপিবদ্ধ কৰাৰ বাবে লোক-সংস্কৃতিৰ বিশিষ্ট গৱেষক শ্ৰীগণেশ চন্দ্ৰ কুৰ্মি নিঃসন্দেহে ধন্যবাদাৰ্হ।

চাহ জনজাতি সমাজৰ কেইটিমান বিশেষ দিশক বিষয়বস্তু হিচাপে লৈ কেইখনমান নাতিবৃহৎ গ্ৰন্থ প্ৰকাশৰ আঁচনি অসম সাহিত্য সভাৰ চাহ-বাগিচা উপসমিতিয়ে '৯৫-৯৬ কাৰ্যকালতে গ্ৰহণ কৰিছিল। মেক্লয়ড্ ৰাছেল্ (ইণ্ডিয়া) লিমিটেডৰ বদান্যতাই এই আঁচনি বাস্তৱত ৰূপায়িত কৰাৰ পথ প্ৰশস্ত কৰি তুলিলে। এই প্ৰসিদ্ধ চাহ কোম্পানীটোৱে ১৯৯৫ চনৰ নৱেম্বৰ মাহতে চাহ শ্ৰমিক সম্প্ৰদায়ৰ সংস্কৃতি-বিষয়ক গ্ৰন্থ প্ৰকাশৰ আঁচনিৰ প্ৰতি আৰ্থিক সাহায্য দানৰ অভিপ্ৰায় সম্বন্ধে অসম সাহিত্য সভাক অৱগত কৰিছিল। যথা সময়ত এই বিষয়ৰ দুটি পাণ্ডুলিপি আমাৰ হাতলৈ অহাত মেক্লয়ড্ ৰাছেল্ কোম্পানীৰ সদিচ্ছাৰ জোৰতে চলিত কাৰ্যকালত এই দুখনি গ্ৰন্থৰ প্ৰকাশ সম্ভৱপৰ হৈ উঠিল।

জাতীয় অনুষ্ঠান অসম সাহিত্য সভাৰ প্ৰকাশন আঁচনিলৈ উদাৰ অৰ্থ-সাহায্য আগ বঢ়োৱা মেক্লয়ড্ ৰাছেল্ কোম্পানীৰ দুগৰাকী জ্যেষ্ঠ কৰ্মকৰ্তা শ্ৰীগৌতমপ্ৰসাদ বৰুৱা আৰু শ্ৰীপৰিমল বৰকাকতীলৈ অসম সাহিত্য সভাৰ হৈ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

গ্ৰন্থখনিৰ আগকথা লিখি আমাক অনুপ্ৰাণিত কৰাৰ বাবে অসম সাহিত্য সভাৰ মাননীয় সভাপতি ড° লক্ষ্মীনন্দন বৰাদেৱৰ প্ৰতি আমাৰ শ্ৰদ্ধা নিৱেদন কৰিলোঁ। এইখিনিতে গ্ৰন্থ দুখনিৰ প্ৰকাশন পৰিকল্পনাত মূল্যবান পৰামৰ্শৰে আমাক ঋণী কৰা সভাৰ প্ৰাক্তন সভাপতি শ্ৰদ্ধেয় শ্ৰীযুত হিতেশ ডেকাদেৱ আৰু প্ৰাক্তন উপসভাপতি শ্ৰীযুত বিশ্ব বৰুৱাদেৱলৈ আমাৰ ওলগ জনালোঁ।

সদৌ শেষত পুথিখনিৰ ছপাৰ সমুদায় কামৰ তদাৰক কৰাৰ বাবে সভাৰ গুৱাহাটী কাৰ্যালয়ৰ সহকাৰী সম্পাদক শ্ৰীসুমন্ত চলিহাৰ শলাগ ল'লোঁ।

আশা কৰোঁ এই গ্ৰন্থখনিয়ে অসমীয়া পাঠক সমাজক কিছু হ'লেও উপকৃত কৰিব।

গুৱাহাটী<br>ফেব্ৰুৱাৰী, ১৯৯৭

সতীশ চন্দ্ৰ চৌধুৰী<br>প্ৰধান সম্পাদক<br>অসম সাহিত্য সভা

## লেখকৰ একাষাৰ

বহুল প্ৰচাৰিত আৰু অতিকৈ জনপ্ৰিয় কিম্বদন্তীসমূহ লৌকিক সাহিত্যৰ এক অনবদ্য সম্পদ। যুগ যুগ ধৰি মুখ বাগৰি অহা কিম্বদন্তীৰ পৰা একো একোটা জাতিৰ অতীত ইতিহাসৰ বেঙুণি বিচাৰি পোৱা যায়। পাহৰণিৰ অতল তলিত নিমজ্জিত সমাজ-জীৱনৰ ডুখৰীয়া ছবি, চিন্তা-চৰ্চা, ধ্যান-ধাৰণা আদিয়েও সম্যক ৰূপত ভুমুকি মাৰে এই সাধুবোৰৰ মাজেৰে। চাহ জনগোষ্ঠীৰ কিম্বদন্তীত লোক-সাহিত্যৰ গদ্যশৈলী আৰু কাব্য-সাহিত্যৰ দুয়োটা ধাৰাই দূৰ অতীতৰ পৰাই প্ৰকাশ পাই আহিছে।

স্মৃতিৰ সাঁকো বগাই অহা এনে লোক-সাহিত্যৰাজিয়ে সামগ্ৰিকভাৱে আগ বঢ়া সমাজত কাহানিবাই লিখিত ৰূপ গ্ৰহণ কৰিছে। কিন্তু পৰিতাপৰ বিষয় যে সভ্যতাৰ বহুযোজন আঁতৰতে থমকি ৰোৱা অনগ্ৰসৰ জাতিপুঞ্জৰ লৌকিক সাহিত্য সম্ভাৰ আজিও অপ্ৰকাশিত অৱস্থাতে আছে। চাহ জনগোষ্ঠীৰ মাজত বিশেষভাৱে সমাদৃত সমাজ-জীৱনৰ বিশেষ বিশেষ সময়ত ৰচিত ৰসঘন সাধুকথাবোৰে অদ্যপৰিমিত প্ৰকাশৰ পথ বিচাৰি পোৱা নাই।

দক্ষিণ-পূব ভাৰতৰ এক বিস্তীৰ্ণ অঞ্চলৰ পৰা অহা বিভিন্ন জাতিপুঞ্জৰ চাহ জনজাতিৰ পূৰ্বজসকলে স্মৃতিৰ মণিকোঠাত অতি আলফুলে ভৰাই লৈ অহা সাধুবোৰ বাস্তৱিকতে সাহিত্যিক সমলেৰে উপচি পৰা। সেয়ে সংৰক্ষণৰ অতি প্ৰয়োজনীয়তাৰ তাগিদাত ক্ষেত্ৰ অধ্যয়ন যোগে সাধুবোৰ সংগ্ৰহ কৰা হৈছে। ইতিমধ্যে স্বনামধন্য সাহিত্যিক স্বৰ্গীয় দেউৰাম তাছা আৰু তেখেতৰে যোগ্য ভাতৃ ডিম্বেশ্বৰ তাছাদেৱে চাহ বাগিচাত প্ৰচলিত সাধুবোৰ সংগ্ৰহ কৰি দুখন পুথি ছপাইছে। তাছা ভাতৃদ্বয়ৰ পূৰ্বজসকল উৰিষ্যাৰ পৰা অহা হেতুকে উৰিয়া সমাজত প্ৰচলিত কিম্বদন্তীসমূহে তেখেতসকলৰ পুথি দুখনত অগ্ৰাধিকাৰ লাভ কৰিছে। আনহাতে আমাৰ এইখন পুথিত বিশেষকৈ দক্ষিণ বিহাৰৰ পৰা অহা জাতি-জনজাতিৰ মাজত চলি অহা সাধুবোৰহে সন্নিৱিষ্ট কৰা হৈছে।

অৱশ্যে চাহ বাগিচাত গঢ়ি উঠা সাংস্কৃতিক সনা-পোতোকাৰ ফলত সাধুবোৰৰ মৌলিকতা কিছু পৰিমাণে হ'লেও হ্ৰাস পোৱা দেখা যায়। সেয়ে বিভিন্ন ঠাইৰ বিভিন্ন সম্প্ৰদায়ৰ পৰা সংগ্ৰহ কৰা সাধুবোৰত মৌলিকতা প্ৰদান কৰিবলৈ যথাসাধ্য চেষ্টা কৰিছোঁ। এই ক্ষেত্ৰত আমাৰ অপাৰগতা অথবা অনিচ্ছাকৃত ভুলৰ বাবে ক্ষমা বিচাৰিলোঁ।

বহু ৰজনীৰ প্ৰথম প্ৰহৰত মায়াজালেৰে আমাৰ কৈশোৰ মন আপ্লুত কৰা সাধুবোৰৰ ব়াহিৰেও সৰ্বশ্ৰী নীলেশ্বৰ চিক, হৰেন্দ্ৰনাথ ৰাজবাউ, ডাঃ অঞ্জু বাঢ়ৈ, দময়ন্তী চিক্ আদি বহুজনে সাধুবোৰ সংগ্ৰহ কৰাত সহায় কৰিছে। সকলোৰে ওচৰত মই কৃতজ্ঞ। তদুপৰি পি, অ, বিডিং চাহাবৰ "চানটাল ফ'ক্ টেল্‌ছ" নামৰ পুথিৰ পৰাও সহায় লোৱা হৈছে। অসম সাহিত্য সভাৰ চাহ বাগিচা উপসমিতিৰ সিদ্ধান্তমৰ্মে চাহ জনগোষ্ঠীৰ কৃষ্টি-সংস্কৃতিৰ ওপৰত আধাৰিত দুখন পুথি ছপাবলৈ সাহিত্য সভাই আঁচনি লয়। উপ-সমিতিৰ প্ৰাক্তন আহ্বায়ক তথা অসম সাহিত্য সভাৰ প্ৰাক্তন উপসভাপতি শ্ৰীযতীন গোস্বামীদেৱে প্ৰথমতে এই আচঁনি যুগুতাইছিল। সেয়ে তেখেতলৈ হিয়াভৰা কৃতজ্ঞতা যাচিলোঁ। অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক শ্ৰীসতীশ চন্দ্ৰ চৌধুৰীয়ে সঘনাই দিয়া তাগিদা আৰু সভাপতি ড° লক্ষ্মীনন্দন বৰদেৱৰ স্নেহসিক্ত হেঁচাৰ বাবেহে ততাতৈয়াকৈ সাধুবোৰ লিখিলোঁ। তেখেতসকললৈ মোৰ শ্ৰদ্ধা নিবেদিলোঁ। লগতে প্ৰাক্তন সভাপতি শ্ৰীহিতেশ ডেকা আৰু উপসভাপতি শ্ৰীবিশ্ব বৰুৱা-দেৱলৈকো এই বিষয়ত দিয়া প্ৰেৰণাৰ বাবে আন্তৰিক ধন্যবাদ যাচিলোঁ।

কিতাপখন প্ৰকাশ কৰাত যাৱতীয় সকলো দায়িত্বভাৰ গ্ৰহণ কৰা অসম সাহিত্য সভাৰ সহকাৰী সম্পাদক শ্ৰীসুমন্ত চলিহা আৰু বেটুপাট অংকন কৰি দিয়া অনুজপ্ৰতিম শ্ৰীশিবু মাৰ উভয়লৈকে মোৰ আন্তৰিকতাপূৰ্ণ ওলগ যাচিলোঁ।

কিতাপখনি প্ৰকাশ কৰাৰ ক্ষেত্ৰত আন বহুতৰে পৰা সহায়-সহযোগ লাভ কৰিছোঁ। সেই সকলোলৈকে আমাৰ আন্তৰিক অভিনন্দন আগ বঢ়ালোঁ।

অমস চাহ শ্ৰমিক কল্যাণ পৰিষদ — গণেশ চন্দ্ৰ কুৰ্মি
গণেশগুৰি চাৰিআলি, দিচপুৰ,
গুৱাহাটী-৬
৫/২/৯৭

# সূচীপত্ৰ

# ভালুক আৰ খাঁখড়া

## (ভালুক আৰু কেঁকোৰা)

এখন গভীৰ অৰণ্যত এটা বুঢ়া ভালুক বাস কৰিছিল। সেই হাবিখনৰ মাজেদি এটা ঘোলা পানীৰ নৈ বৈ গৈছিল। ভালুক মহাশয়ে সেই পিনেদি অহা-যোৱা কৰোঁতে মাজে মাজে কেঁকোৰাৰ লগত দেখা দেখি হৈছিল আৰু সিহঁত দুয়ো নিজৰ আৰু পা-পৰিয়ালৰ এযাৰ-দুআষাৰ সুখৰ-দুখৰ কথা পাতিছিল। এনেকৈয়ে দুয়োৰে মাজত বন্ধুত্বৰ সম্পৰ্ক গঢ়ি উঠিছিল। পিছে কেঁকোৰাৰ স্বভাৱটো আছিল ফোপজহি বিধৰ। সেয়ে অলপমান কথা পতাৰ পিছতেই কেঁকোৰাই নিজৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিবলৈ লাগি গৈছিল। সি ডাংকোপ মাৰি নিজে বেছি জনাটো সদায়ে দেখুৱাব বিচাৰিছিল। সেয়ে ভালুকে তাৰ দম্ভালি স্বভাৱৰ বাবে এশিকনি দিবলৈ মনতে ভাবি থৈছিল।

এদিনাখন মৌবাঁহৰ পৰা মৌৰস খাই ঘৰলৈ অহাৰ পথত ভালুকে কেঁকোৰাক লগ পালে। গৰমত ফেঁফাই অহা ভালুকক লাজ দিয়াৰ উদ্দেশ্যৰে ক'লে–

ঝপংঝৰ ঝপংঝৰ

তৰ দেশে নৌৱা নাই।

চ্ছন গৰগৰ চ্ছন গৰগৰ

তৰ দেশে ক্ষুন নাই।

অৰ্থাৎ ভালুকৰ দীঘল আৰু জপৰা চুলি খুৰাবলৈ তাৰ দেশত নাপিত নাই বুলি কৈ কেঁকোৰাই ভালুকক জব্দ কৰা বুলি ভাবি আত্ম-তৃপ্তি লাভ কৰিছিল। কিন্তু আমাৰ ভালুক মহাশয়ো কম নাছিল। সিও টপৰাই বুদ্ধি সাজি কেঁকোৰাক ক'লে–

টাই গৰগৰ টাই গৰগৰ

তৰ তৰে পানী নাই।

টাই গৰগৰ টাই গৰগৰ

তৰ বাপকে ভজ কখন?

ভালুকৰ কথা শুনি কেঁকোৰাই বাপেকৰ শ্ৰাদ্ধৰ বাবে ডাঢ়ি-চুলি খুৰোৱা হেন নিজৰ গাটোলৈ মনত পৰিল। তদুপৰি পানীত বাস কৰিও গাঁতৰ ভিতৰৰ পৰা ওলাই অহাত বোকাৰে লুতুৰি-পুতুৰি হৈ থকা নিজৰ শৰীৰটোলৈ চালে আৰু লাজত তলমূৰ কৰি মনে মনে আঁতৰি গৈ আকৌ গাঁতৰ ভিতৰত সোমাই থাকিলগৈ।

ইয়াকেই কয় "যেইচাকে তৈচা" অৰ্থাৎ যেনে কুকুৰ তেনে টাঙোন।





# বৰষুণ কৈসে ভেলই?

## (বৰষুণৰ সৃষ্টি কিদৰে হ'ল?)

চাহ জনজাতিৰ বিশ্বাস মতে পৃথিৱী সৃষ্টি হোৱাৰ আদি কালছোৱাত আকাশখন পৃথিৱীৰ গাতে লাগি থকাকৈ বহুত তলতে আছিল। সেয়ে চলা-ফুৰা কৰাত অথবা সাংসাৰিক কাম-কাজ কৰাত মানুহৰ বৰ অসুবিধা হৈছিল। ওপৰলৈ জাপ এটা মাৰিলেও মূৰত খুন্দা লাগি যোৱাকৈ তলতে থকা আকাশখনৰ বাবে মানুহৰ বৰ আহুকাল হৈছিল যদিও দুখ-কষ্টৰ মাজেৰেই মানুহে দিন অতিবাহিত কৰিছিল।

সেই পুৰণি দিনতে কোনো এখন গাঁৱত ছয়কুৰিৰ দেওনা পাৰ কৰা এগৰাকী কুঁজী বুঢ়ী বাস কৰিছিল। সেই হেন বয়সতো নিজৰ প্ৰয়োজনীয় কাম নিজে কৰি লোৱা বুঢ়ীয়ে এদিনাখন ঢেঁকীত ধান খুন্দি আছিল। ঢেঁকীৰ খুপলিত ধান চপাই দিবলৈ মানুহ নথকাত বুঢ়ীয়ে "উসকানি" দাঙেৰে (উখনি মাৰি) নিজেই ধান চপাই লৈছিল। ঢেঁকী দি থাকোঁতে প্ৰতিবাৰেই আকাশখন বুঢ়ীৰ মূৰত খুন্দা খোৱাৰ ফলত তেওঁ বৰ দুখ পাইছিল। বুঢ়ীয়ে যিমান পাৰে সহ্য কৰিছিল। পিছে মূৰৰ একেডোখৰ ঠাইতে বাৰে বাৰে খুন্দা খোৱাৰ বাবে বুঢ়ীৰ ধৈৰ্যৰ বান্ধ ছিঙি গৈছিল। সেয়ে ভমকত হাতত থকা উখনি মাৰিডালেৰে পূৰ্ণহতীয়া খোচ এটা আকাশৰ বুকুত বহুৱাই দিয়ে।

বুঢ়ীৰ হাতৰ খোচ খাই আকাশখন একেকোবে বহু ওপৰলৈ উঠি গ'ল আৰু উখনি মাৰিৰে আকাশৰ য'ত খুচিছিল সেইখিনি ঠাইত এটা ডাঙৰ ফুটা হৈ ৰ'ল। আকাশৰ বুকুত জমা হোৱা পানীবোৰ সেই ফুটাইদি আহি আমাৰ পৃথিৱীত পৰেহি। তাকে আমি বৰষুণ বোলো।

আকাশখন বহু ওপৰলৈ উঠি যোৱা আৰু বৰষুণৰ সৃষ্টি হোৱাৰ জনবিশ্বাসৰ এয়ে গুৰিকথা বুলি এচাম চাহ মজদুৰে ভাবে।

# বুদ্ধিমান মইনা

এদিন দুপৰীয়া এজনী শালিকাৰ বৰ ভোক লাগিছিল। বহু ঠাইত ঘূৰা-পকা কৰিও তাই খুদকণ বিচাৰি পোৱা নাছিল। যিহওক তাইৰ নেৰানেপেৰা চেষ্টাৰ ফলত অৱশেষত এটা মচুৰ দাইল বিচাৰি পালে। আথে-বেথে দাইলটো আনি জাঁতত পিহিবলৈ লওঁতে দুৰ্ভাগ্যক্ৰমে জাঁতৰ ভিতৰত সোমাই দাইলটো লাগি ধৰিল। বহু চেষ্টা কৰিও শালিকীয়ে বিধাতাই নিদিয়ে বোলা বচন ফাঁকি শালিকীৰ মনত পৰিল। পিছে তাই ভাগ্যক দুখী হাত সাবটি বহি নাথাকিলে। দাইলটো কিদৰে খাব পাৰি তাকে ভাবি-গুণি থাকোঁতে শালিকীজনীয়ে এজন বাঢ়েক (বেঢ়ি) দেখা পালে। তাই দাইলটো উলিয়াই দিবলৈ বাঢ়েজনক ক'লে—

বঢ়ি বঢ়ি কাঠ চিঢ়্
কাঠাৰামে ডাইল ধুকল।
কা খাঁও কা পিওঁ
কৈসে মে প্ৰদেশ যাওঁ।।

শালিকীৰ কথাত বাঢ়েজনে কোনো গুৰুত্বই নিদিলে। সেয়ে তাইৰ বৰ খং উঠিল আৰু দাইলটো যিকোনো প্ৰকাৰে উলিয়াই খাবৰ বাবে তাই প্ৰতিজ্ঞা কৰিলে। তাই ৰজাৰ ওচৰলৈ গৈ বাঢ়েৰ বিৰুদ্ধে গোচৰ দিলে।

ৰাজা ৰাজা বাঢ়ি ডাঁঠ
বঢ়িয়ানে কাঠ চিঢ়ে
কাঠাৰামে ডাইল ধুকল
কা খাওঁ কা পিওঁ
কৈসে মে প্ৰদেশ যাওঁ।।



শালিকীক তুচ্ছ জ্ঞান কৰি ৰজাই তাইৰ কথাত কাণ নিদিলে। ৰজাই বিচাৰ কৰি বাঢ়েক দণ্ড নিদিয়াত শালিকীয়ে বৰদুখ পালে। তাই ৰাণীৰ ওচৰ চাপি ৰজাৰ বিৰুদ্ধে গোচৰ দিলে -

ৰাণী ৰাণী ৰাজা ছাড়
ৰাজাৰানে বঢ়ি ডাঁটে
বঢ়িয়ানে কাঠ চিঢ়ে
- - - - - - - - - - -
- - - - - - - - - - - -

শালিকীয়ে বহুতবাৰ আনুনয়-বিনয় কৰিও ৰাণীৰ পৰা কোনো ফল নাপালে। ৰাণীৰ অৱজ্ঞাই তাইৰ খং আৰুহে বঢ়াই দিলে। ৰাণীক দংশন কৰি প্ৰাণে মাৰিবলৈ তাই এটা বিষাক্ত সাপক অনুৰোধ জনালে।

সাঁপ সাঁপ ৰাণী ডাঁস
ৰাণীৰানে ৰাজা ছাড়ে
- - - - - - - - - - - -
- - - - - - - - - - - -

সাপে শালিকীৰ কথা শুনক ছাৰি কেপ কেপাই মোক আমনি নকৰিবি বুলিহে শালিকীক ধমক দিয়ে। এইবাৰ তাই তীব্ৰ বেগেৰে উৰামাৰি এডাল লাঠীৰ ওচৰ পালেগৈ আৰু লাঠীক অনুৰোধ কৰি কলে—

লাঠী লাঠী সাঁপ মাৰ
সাঁপাৰানে ৰাণী ডাঁসে
- - - - - - - - - - -
- - - - - - - - - - - -

লাঠীয়েও শালিকীক সহায় নকৰিলে। পিছে আমাৰ শালিকী আইদেউ সিমানতো পিছ হোঁহকি নাহিল। এইবাৰ তাই লাঠীডালক ভালকৈ মজা এপালি দিয়াৰ মতলবেৰে জুইৰ ওচৰ চাপিল। তাই জুইক অনুৰোধ কৰি ক'লে—

অগ্নি অগ্নি লাঠী ঝাৰ

লাঠীৰানে সাঁপ মাৰে

- - - - — - - - - - -

- - - - - - - - - — - - -

প্ৰবল পৰাক্ৰমী অগ্নিদেৱতাই শালিকীৰ দৰে নিমাখিত প্ৰাণীক সহায় কৰাটো দূৰৰে কথা, উপলুঙালে কৰি খেদি পঠিয়ালে। জুইক এশিকনি দিবৰ বাবে শালিকীয়ে নদীৰ কাষ চাপি নদী দেৱতাক সহায় কৰিবলৈ অনুৰোধ জনালে।

নদী নদী ব্ৰহ্মা বুটাও

ব্ৰহ্মাৰানে লাঠী ঝাঝৰে

লাঠীৰানে সাঁপ মাৰে

- - - - - - - - - - - - -

- - - - — - — - - - -

নদীৰ পৰাও শালিকীয়ে একো উপকাৰ নাপালে । সেয়ে এইবাৰ তাই গজৰাজ হাতীৰ ওচৰত ন্যায় বিচাৰি প্ৰাৰ্থনা জনালে।

হস্তী হস্তী গংগা শুখাও

গঙ্গাৰানে অগ্নি বুটায়

- - - - - - - - - - -

- - - - - - - - - - -

সাধাৰণ শালিকীৰ কথাত হাতীয়েও কৰ্ণপাত নকৰিলে। হাতীৰ ওচৰৰ পৰা উভতাৰ পথত তাই ৰচীক সহায় কৰিবলৈ খাটনি ধৰিলে।

ডৰা ডৰা হাতী বান্ধ

হাতীৰানে গঙ্গা শুখে

- - - - — - - - - - - -

- - - - — - - - - - -

ৰচীয়েও শালিকীক সহায় কৰিবলৈ আগবাঢ়ি নহাত তাইক সহায় নকৰা



ৰচীডালক কুটি শাস্তি দিবৰ বাবে নিগনি এটাক অনুৰোধ জনাই ক'লে—

চুহে চুহে ডৰা কুট্

ডৰাৰানে হস্তী বান্ধে

- - - - - - — - - - - - - -

- - - - - - - - - - — - - - -

পিছে শালিকী আইদেউৰ ভাগ্যই বেয়া। নিগনিটোৱেও তাইক সহায় কৰিবলৈ সন্মত নহ'ল। কিন্তু শালিকীও এৰি দিয়া ভকত নহয়। যি হয় হ'ব, শেষলৈ যুঁজি চাম বুলি ভাবি তাই এটা বোন্দা মেকুৰীক সহায় কৰিবৰ বাবে খাটিলেগৈ। তাই বোন্দাটোক ক'লে—

বিল্লি বিল্লি চুহে খাও

চুহাৰানে ডৰা কুটে

ডৰাৰানে হস্তী বান্ধে

হাতীৰানে গঙ্গা শুখে

গঙ্গাৰানে ব্ৰহ্মা বুটাই

ব্ৰহ্মাৰানে লাঠী ঝঝাৰে

লাঠীৰানে সাঁপ মাৰে

সাঁপাৰান ৰাণী ডাঁসে

ৰাণীৰানে ৰাজা চ্ছাড়ে

ৰাজাৰানে বঢ়ি ডাঁটে

বঢ়িৰানে কাঠ চিড়ে

কাঠাৰানে ডাল ধুকল

কা খাওঁ কা পিওঁ

কেসে মে প্ৰদেশ যাওঁ।

এইখিনি শুনাৰ পিছত মেকুৰী মহাশয় থিৰেৰে বৈ থাকিব নোৱাৰিলে। ভোকাতুৰ মেকুৰীটোৱে নিগনিটোক ধৰিবৰ বাবে খেদি গ'ল। তাকে দেখি

নিগনিয়ে ভয়ত বিতত হৈ ৰচী কুটিবলৈ, ৰচীয়ে ভয়তে হাতী বান্ধিবলৈ, হাতীয়ে গঙ্গাৰ পানী পি খাই শুকুৱাবলৈ, গঙ্গাই জুই নুমুৱাবলৈ, জুইয়ে লাঠী পুৰিবলৈ, লাঠীয়ে সাপ মাৰিবলৈ সাপে ৰাণীক দংশন কৰিবলৈ আৰু ৰাণীয়ে ৰজাক পৰিত্যাগ কৰিবলৈ উদ্যত হোৱাত ৰজাই বাঢ়েক মৃত্যুদণ্ডেৰে দণ্ডিত কৰিবলৈ ওলাল। মৃত্যুদণ্ডৰ ভয়ত বাঢ়েজনে জাঁত ফালি মচুৰ দাইলটো উলিয়াই দিয়াত অতি আনন্দ মনেৰে শালিকীজনীয়ে মচুৰ দাইলটো খাই পেটৰ ক্ষুধা নিবাৰণ কৰিলে।

যত্ন আৰু একাগ্ৰতাৰ অসাধ্য একোৱেই নাই। শালিকীৰ নেৰানেপেৰা চেষ্টাই সেইকথা আখৰে আখৰে সঁচা বুলি প্ৰমাণ কৰি দেখুৱালে। সেয়ে জ্ঞানীলোকে কয়– একেবাৰে নোৱাৰিলে এশ বাৰে কৰা।





# কৰবে ত' খাবে

## (কাম কৰিলেহে খাবলৈ পাবা)

খেৰণি-বাঁহনিৰে ভৰা এখন হাবিতলীয়া গাঁওত ৰামা আৰু ৰামী নামৰ এহাল দম্পতি আছিল। তেওঁলোকৰ দুজনী ছোৱালী সন্তান আছিল। দুয়োৰে বিবাহকাল উপস্থিত হোৱাত ৰামা-ৰামীয়ে ভাবী জোঁৱাইৰ সন্ধান কৰিবলৈ ধৰিলে। ছোৱালী দুজনীৰ পিছে বিয়াত সোমাই আনৰ ঘৰত লেদেনা উকতিবলৈ সমূলি ইচ্ছা নাছিল। গতিকে বিয়াৰ পৰা হাত সাৰি থাকিবৰ বাবে সিহঁত দুয়োজনী ঘৰৰ পৰা পলাই যায়।

যাওঁতে যাওঁতে ৰাতি হোৱাত সিহঁত এজোপা গছৰ তলতে ৰাতিটো কটাবলৈ ঠিক কৰিলে। পুৱা শুই উঠি দুয়োৰে বৰ পানী পিয়াহ লাগিল। ইফালে-সিফালে চাই ডাঙৰজনীয়ে গছৰ ওপৰত এখন চাদৰ পাৰি থোৱা দেখিবলৈ পালে। নিয়ৰত তিতি থকা চাদৰখন চেপি সেই পানীখিনিকে পি খাই ডাঙৰজনীয়ে নিজৰ পিয়াহ পলুৱালে। সৰুজনীয়ে পানীৰ সন্ধান কৰি থাকোঁতেই এটা নেউল দেখা পালে। নেউলৰ গাত লাগি থকা নিয়ৰখিনি তাই শুহি শুহি খাই পিয়াহ গুচালে।

সূৰ্য্য উদয় হোৱাৰ লগে লগে দুয়ো পুনৰ যাত্ৰা আৰম্ভ কৰে। কিছুদূৰ যোৱাৰ পিছত এখন গাঁৱৰ মানুহে দুয়ো বাই-ভনীক তাতে থাকি যাবলৈ বৰকৈ ধৰাত সেইখন গাঁৱতে দুয়ো থাকি গ'ল।

মানুহৰ চাদৰৰ পৰা পানী খোৱা বাবে বায়েকে এটা ল'ৰা সন্তান জন্ম দিয়ে আৰু নেউলৰ নোমৰ পৰা পানী শুহি খোৱা বাবে ভনীয়েকে এটা নেউলৰ পোৱালী প্ৰসৱ কৰে।

নিজৰ নিজৰ সন্তানৰ প্ৰতিপালন কৰি দুয়ো বাই-ভনীয়ে দিন অতিবাহিত কৰিবলৈ ধৰিলে। দুয়োৰে সন্তান ডাঙৰ-দীঘল হ'ল। নেউল জন্ম দিয়া বাবে বায়েকে ভনীয়েকক প্ৰায়ে ঠাট্টা-মস্কৰা কৰি লাজ দিছিল। দিন যোৱাৰ লগে

লগে এই লৈ দুয়োৰে মাজত প্ৰায়ে খকা-খুন্দা লগা হ'ল আৰু অৱশেষত দুয়ো বেলেগ হৈ সংসাৰ চলাবলৈ ধৰিলে।

নেউলে সদায়ে নিয়মিতভাৱে নিজৰ খেতিৰ পথাৰত কাম কৰিবলৈ গৈছিল। নখেৰে আৰু দাঁতেৰে আঁচুৰি সি মাটি চহাই চাহ কৰিছিল। মাকে পথাৰত জলপান দিছিল। হাবিত থকা সকলোবোৰ নেউলকে সি মাতি আমি সেই জলপান খাবলৈ দিছিল। সোৱাদ লগা জলপান খাবলৈ পাই আটাইবোৰ নেউলে তাৰ পথাৰত কাম কৰি দিছিল। ফলত তেওঁলোকৰ পথাৰ প্ৰত্যেক বছৰেই শস্যৰে নদন-বদন হৈ পৰিছিল। গোটেই বছৰজুৰি নিজৰ অন্নমুঠি যোগাৰ কৰিও তেওঁলোকে বজাৰত শস্যবোৰ বিক্ৰি কৰি প্ৰচুৰ ধন ঘটিছিল। সেয়ে ভনীয়েকৰ অৱস্থা কম দিনৰ ভিতৰতে জয়জয়-ময়ময় হৈছিল। আনহাতে বায়েকৰ পুতেক মানুহ হৈয়ো পথাৰত সময়মতে কাম কৰিবলৈ নগৈছিল। সি আছিল অতিপাত এলেহুৱা আৰু ধুন-পেচ মাৰি ফুৰা "ফুল বাইচ্‌কা" (গা মেলাই ফুৰা লোক)। তদুপৰি সি আছিল বুদ্ধিহীন আৰু খঙাল স্বভাৱৰ। সেয়ে বায়েকৰ অৱস্থা দিনকদিনে বেয়াৰ পৰা বেয়ালৈ যাবলৈ ধৰিলে। আনকি দুবেলা দুমুঠি পেট ভৰাই খাবলৈকো সিহঁতৰ ভঁৰালত ধান নথকা হ'ল।

কেৱল মানুহৰ শৰীৰ হ'লেই নহ'ব। পৰিশ্ৰমী আৰু বুধিয়ক হ'ব লাগিব। কাম কৰিলেহে ভাত খাবলৈ পায়। সেই কথা জন্তু হৈ জন্ম গ্ৰহণ কৰিও নেউলে প্ৰমাণ কৰি দেখুৱালে।

হামৰ কাহিনি সিৰাই গেল, ঢেকীয়া শাগ বুঢ়াই গেল।





# পালোৱান

এবাৰ ৰামগড় ৰাজ্যৰ ৰাজধানী লৈ চুবুৰিয়া ৰাজ্যৰ পৰা এজন বিখ্যাত পালোৱান আহিছিল। সি ইমানেই শক্তিমন্ত মল্লযোদ্ধা আছিল যে সেই সময়ৰ কোনো ৰাজ্যতে তাৰ লগত যুঁজিব পৰা পালোৱান নাছিল। পালোৱানজনে আহি ৰজাক ক'লে– "মহাৰাজ! আপোনাৰ ৰাজ্যত যদিহে কোনোবা পালোৱান আছে তেন্তে মোৰ লগত যুঁজিবলৈ দিয়ক। নহ'লে মোকে সৰ্বশক্তিমান পালোৱান বুলি স্বীকাৰ কৰক।"

পালোৱানৰ এই কথা শুনি ৰজাই নিজৰ ৰাজ্যৰ ঢোল বজাই ঘোষণা কৰালে। কিন্তু কোনো এজন মানুহ সেইজন পালোৱানৰ লগত যুঁজিবলৈ ওলাই নাহিল। এটা গলধন ধৰা মতা ম'হ দাঙিব পৰা এইজন পালোৱানৰ কথা শুনি সকলো পালোৱানেই ভয়তে পেপুৱা লাগিল।

পালোৱানে দিয়া এসপ্তাহৰ ছয় দিন পাৰ হৈ গ'ল। ৰজা বৰ বিমূঢ়ত পৰিল। শেষৰ দিনাও যদি কোনো ওলাই নাহে তেতিয়াহ'লে আনদেশৰ পৰা অহা পালোৱানজনকে জয়মালা পিন্ধাব লাগিব আৰু সেয়ে হ'লে ৰামগড় ৰাজ্যৰ মান-সন্মান মাটিৰ লগত মিলি যাব।

পিছদিনা ৰজাই বৰ উৎকণ্ঠাৰে ৰাজসিংহাসনত বহিল। ৰজাই প্ৰধান মন্ত্ৰীক সুধিলে– "মহামন্ত্ৰী আমাৰ ৰাজ্যৰ পৰা কোনো পালোৱান ওলাই আহিছেনে?" মহামন্ত্ৰীয়ে ৰজাৰ প্ৰশ্নৰ কোনো উত্তৰ নিদি মাথো তলমূৰ কৰি ৰ'ল। ৰজাই কথাটো বুজিব পাৰি বৰ বিমৰ্ষ হৈ পৰিল।

ঠিক তেনে সময়তে এজন কম বয়সৰ যুৱক আহি ৰজাক প্ৰণাম জনাই ক'লে– "মহাৰাজৰ আজ্ঞা হ'লে ময়েই মতা ম'হ দাঙিব পৰা পালোৱানৰ লগত এবাৰ লাগি চাব খোজো।" তাৰ চেহেৰা-পাতি দেখি পালোৱানৰ লগত যুঁজিবলৈ গ'লে যে সি নিজৰ মৃত্যুকহে আমন্ত্ৰণ কৰি আনিব সেইকথা ৰজাই বাৰুকৈয়ে বুজি পালে। তথাপি ৰাজ্যৰ গোটেই সোপা নপুংসকৰ মাজত সি

যে বীৰৰ দৰে যুঁজি মৰিবলৈকে ওলাই আহিছে, সেইকথা ভাবি ৰজাৰ ভাল লাগিল আৰু তাক যুঁজিবলৈ অনুমতি দিলে।

অনুমতি লাভৰ পিছতে সি পালোৱানৰ ওচৰলৈ গৈ ক'লে, "ময়েই আপোনাৰ লগত মল্লযুদ্ধ কৰিম।" সেইকথা শুনাৰ লগে লগে পালোৱানজনে আকাশ-বতাহ কঁপাই অট্টহাস্য কৰি ক'লে— "হেৰ' ওঁঠ চেপিলে গাখীৰ ওলোৱা ফুকলিয়া ল'ৰা হে মোৰ লগত যুঁজি মৰিবলৈ আহিছ। একে ঠেকেচাতে তোৰ প্ৰাণবায়ু ওলাই যাব। চিনি পোৱা নাই বাপেৰক।"

পালোৱানৰ দম্ভালি কথা শুনি আমাৰ ল'ৰা পালোৱানে ক'লে— "হওঁতে আপুনি উচিত কথাকে কৈছে। আপোনাৰ লগত যুঁজি মইনো ক'ত জিকিব পাৰিম। পিছে আমাৰ ৰজাৰ সন্মানৰ বাবেহে মই মৰিবলৈ ওলাইছোঁ। মৃত্যুমুখী মানুহৰ দুটা অনুৰোধ আপুনি বাৰু ৰক্ষা কৰিবনে?"

পালোৱানে সন্মতি প্ৰকাশ কৰাত সি ক'লে যে আপুনি সদায়ে ৰাতি দাংকোলা কৰা মতা ম'হটো এমাহৰ বাবে ৰজাৰ ম'হ জাকৰ লগত ৰাখিব লাগিব। দ্বিতীয়টো অনুৰোধ হ'ল যে এমাহ দিন আপুনি আমাৰ ৰাজ অতিথি হিচাপে থাকিব লাগিব। অৰ্থাৎ এমাহৰ পিছতহে আমাৰ দুয়োৰে মাজত পালোৱান যুদ্ধ হ'ব।

এমাহ ৰাজ অতিথি হৈ ইচ্ছানুযায়ী সোৱাদ লগা খাদ্য খাবলৈ পাব। ৰাজকীয় আদৰ-সাদৰ সকলো পাব। কাজেই বিদেশী পালোৱানে আমাৰ ল'ৰা-পালোৱানৰ সকলো কথাই মানি ল'লে।

পালোৱানজন ৰজাৰ অতিথি হৈ থাকিল। আমাৰ পালোৱানজনৰ কথা মতে তাৰ বাবে অধিক চৰ্বি-জাতীয় ভোজনৰ ব্যৱস্থা কৰা হ'ল। তাৰ থকা ঘৰৰ কাষতে ৰাতি সদায়ে একুৰা দপ্‌দপীয়া জুইৰ ব্যৱস্থাও কৰা হ'ল। আধামান ৰাতিলৈকে তাৰ লগত গল্প কৰি থাকিবৰ বাবে মানুহ মোতায়েন কৰা হ'ল। ইয়াৰ ফল স্বৰূপে পালোৱানজনে এমাহৰ ভিতৰতে পেটুৱা আৰু দম নাইকীয়া দুৰ্বল হৈ পৰিল।

ইপিনে আমাৰ পালোৱান বাপুৱে পিছদিনাৰ পৰাই সদায়ে পুৱা এটা পোৱালি ম'হ দাঙিবলৈ ধৰিলে। সদায়ে ডাঙৰ হৈ অহা ম'হ পোৱালিটো দাঙি থকা বাবে সি ত্ৰিশ দিনৰ ভিতৰত এটা ডাঙৰ গোনা ম'হ দাঙিব পৰা হ'ল।

নিৰ্দিষ্ট কৰি ৰখা দিনা প্ৰথমতে দুয়োজন পালোৱানৰ মাজত ম'হ দঙাৰ



প্ৰতিযোগিতা হয়। এই প্ৰতিযোগিতাত বিদেশী পালোৱানজন পৰাজয়বৰণ কৰিলে। বিখ্যাত বিদেশী পালোৱানক হৰুৱাই আমাৰ পালোৱানে স্বদেশৰ আৰু নিজৰ ৰজাৰ মান-সন্মান ৰক্ষা কৰিলে।

ইয়াৰ কিছু দিনৰ পিছত সেই দেশৰ ৰজাই নিজৰ পালোৱানৰ পৰাজয়ৰ পোতক তুলিবলৈ বিশাল সেনা-বাহিনী লৈ এই ৰাজ্য আক্ৰমণ কৰিলে। ৰজাই আক্ৰমণ ওফৰাই পঠিয়াবলৈ নিজৰ সৈন্য-সামন্ত পঠালে। দুয়ো পক্ষৰ মাজত তয়াময়া ৰণ লাগিল। কিন্তু কোনোপধ্যে ৰজাই সেই আক্ৰমণ প্ৰতিৰোধ কৰিব নোৱাৰিলে। ৰজাই যুদ্ধৰ পৰাজয়ৰ খবৰ পাই হতাশ হৈ পৰিল। কিদৰে আক্ৰমণকাৰীক ৰাজ্যৰ বাহিৰ কৰি খেদি পঠাব পৰা যায় সেই চিন্তাত ৰজা নিমগ্ন হ'ল। হঠাতে পালোৱানৰ কথা ৰজাৰ মনত পৰিল। ৰজাই লগে লগে পালোৱানক ধৰি অনাই ৰাজ্যলৈ নামি অহা বিপদৰ কথা ক'লে। সকলো শুনাৰ পিছত পাঁচশ মতা ম'হ দিবলৈ পালোৱানে ৰজাক অনুৰোধ জনালে। ৰাজ্যত যুদ্ধ লাগি আছে। গতিকে সৈন্য-বাহিনী লৈ যুদ্ধ কৰিব লাগে। কিন্তু তেনেক্ষেত্ৰত যুঁজিবৰ বাবে ম'হ বিচৰাত ৰজাই পালোৱানক খেদি পঠাবলৈকে লৈছিল। কিন্তু প্ৰধান মন্ত্ৰীয়ে ৰজাক ক'লে— "এবাৰ সি মহাবিপৰ্যয়ৰ পৰা আমাক উদ্ধাৰ কৰিছে। গতিকে তাৰ সম্পূৰ্ণ কথা শুনক মহাৰাজ।" ৰজাই সকলো কথা শুনাৰ পিছত এশ মোন ঘি, পাঁচশ গলধন ধৰা মতা ম'হ আৰু ৰাজ্যৰ সকলো ফটা কাপোৰৰ যোগান ধৰিলে।

পালোৱানে এশজন সেনাৰ সহায়ত প্ৰতিটো ম'হৰ শিঙত ঘি লগোৱা ফটা কাপোৰ টানকৈ বান্ধি ল'লে। তাৰ পিছত ম'হবোৰ যুদ্ধৰ পথাৰলৈ লৈ গ'ল। সন্মুখত থকা বিদেশী সেনাই ম'হবোৰ লৈ অহা দেখি ভাবিলে যে ৰজাই হাৰ মানি ম'হবোৰ সিহঁতক ভেটী দিবলৈ পঠাইছে। কিছু সময়ৰ বাবে যুদ্ধ বন্ধ কৰি শত্ৰুসৈন্যবোৰে ম'হবোৰনো কি কৰিব তাকে চাবলৈ অপেক্ষা কৰিলে।

ম'হবোৰ শত্ৰুসৈন্যৰ ওচৰ পালেগৈ, তেতিয়াই ঘটনাটো ঘটিল। আমাৰ পালোৱানৰ নিৰ্দেশ অনুযায়ী ম'হৰ শিঙত অগ্নি সংযোগ কৰা হ'ল। ঘিউৰে বন্ধা ফটা কানিবোৰ দাউ-দাউকৈ জ্বলি উঠিল। জুইৰ তাপত ম'হবোৰ পগলা হোৱাদি হ'ল আৰু সন্মুখত থকা শত্ৰু বাহিনীৰ ওপৰত জঁপিয়াই পৰিল। সিহঁতে গছকি-ফেনেকি আৰু শিঙেৰে খুচি প্ৰায় আধাতকৈয়ো বেছি শত্ৰুসৈন্যৰ প্ৰাণ ল'লে। ছেদেলী-ভেদেলী হৈ পৰা শত্ৰুসৈন্যৰ ওপৰত পালোৱানে নিজৰ সৈন্য লৈ আক্ৰমণ চলালে। এই ৰণত আক্ৰমণকাৰী সম্পূৰ্ণ ৰূপে পৰাজয়বৰণ কৰিব লগা হ'ল।

এনেকৈয়ে কৌশল কৰি পালোৱানে নিজৰ দেশমাতৃৰ স্বাধীনতা অক্ষুণ্ণ ৰাখিব পৰাত ৰজাই বৰ আনন্দ পালে। নিজৰ একেটি মাত্ৰ ছোৱালী ৰাজকুমাৰী পঞ্চৱতীক সেই পালোৱানৰ লগত বিবাহ দিয়ে আৰু পালোৱান ৰূপী জোঁৱাইক নিজৰ ৰাজ্যৰ যুৱৰাজ পাতি ল'লে। এইদৰেই পালোৱানে ৰজাৰ জোঁৱায়েক আৰু যুৱৰাজ হ'লগৈ।

হামৰ কাহনি চিৰাই গেল।

ঢেকীয়া শাগ বুঢ়াই গেল।।





# ব'দা ছাগ্ৰী

## (ভোবোলা ছাগলী)

লতাপতা মই বনৰ বাঘ খাঁও

মোকনো খাই কোনে?

প্ৰকাণ্ড ওখ-শকত ধকধকীয়া বগা বৰণৰ এটা ভভলা ছাগলী আছিল। তাৰ দাড়িৰ দৈৰ্ঘ্য আছিল প্ৰায় পাঁচ ফুট। শিংযোৰ আছিল বিশালাকৃতিৰ, ম'হৰ শিঙৰ দৰে বেঁকা আৰু পিছলৈ ঘোৰ খোৱা।

হাবিৰ বাঘ, সিংহ আদি কৰি সকলো জীৱ-জন্তুৱে ছাগলীটোক ভয় কৰিছিল। তাৰ অসীম বল-বিক্ৰমৰ কথা সকলোৱে ভালদৰেই জানিছিল। সেয়ে জন্তুবোৰে তাক বৰ সমীহ কৰিছিল। হাবিৰ আইন-কানুন কোনোবাই ভঙ্গ কৰিলে ছাগলীটোৱে তাক শাস্তি বিহিছিল। কেতিয়াও কাৰো প্ৰতি সি অন্যায় বিচাৰ কৰা নাছিল। বলী আৰু কাজিয়া কৰি ফুৰা জীৱ-জন্তুৰ ওপৰত সি নজৰ ৰাখিছিল আৰু দুৰ্বল অথবা বুঢ়া-বুঢ়ীবোৰক মৰম কৰিছিল। সেয়ে বনে-বনান্তৰে ছাগলীটোৰ সদ্‌নাম বিয়পি পৰিছিল।

ভক্ষ্য ছাগলীৰ প্ৰতিপত্তি আৰু সদ্‌নাম ধূৰ্ত শিয়ালে কোনোমতেই সহ্য কৰিব পৰা নাছিল। সেয়ে কি প্ৰকাৰে ছাগলীটোক মাৰি খাব পাৰে সেই চিন্তাত শিয়ালৰ টোপনি নধৰা হ'ল। এদিনাখন ওখ পাহাৰ এটাৰ শিখৰত বহি ছাগলীটোৱে ৰ'দ লৈ থকা দেখি শিয়ালে ভাবিলে যে এয়ে সুবৰ্ণ সুযোগ। ছাগলীটোক জোকাই খং তুলিব পাৰিলে সি নিশ্চয় তাক মাৰিবলৈ ওখ পাহাৰৰ পৰা জাপ এটা মাৰিব আৰু তেনে কৰিলেই যে তলৰ দ খালত পৰি মৃত্যুবৰণ কৰিব লাগিব, সেই কথা ভাবি শিয়ালে বৰ আনন্দ পালে। ছালগীটো মৰিলে তাৰ মঙহ জুতি লগাই খাবলৈ পোৱাৰ আশাত শিয়ালৰ জিভাৰ পৰা পানী পৰিবলৈ ধৰিলে।

এনেদৰে বুধি সাজি শিয়ালে ছাগলীৰ খং তোলাৰ উদ্দেশ্যৰে ক'লে-

- "মই তোমাক মাৰি মঙহ খাম।" শিয়ালে তিনিবাৰ কোবাৰ পিছত সঁচাকৈয়ে ছাগলীটোৰ বৰ খং উঠিল। সি গগন তালফাল কৰি বেবাই উঠিল আৰু ক'লে-
- "লতাপতা মই বনৰ বাঘ খাওঁ। মোকনো খাই কোনে?" সেইবুলি সি এটা প্ৰকাণ্ড জাপ মাৰিলে। আকাশ চুই যাব পৰাকৈ বহু ওপৰলৈ জাপ মৰা দেখি শিয়ালে বৰ ভয় খালে আৰু দ্বিতীয়বাৰ জাপ মাৰি ধৰি পেলোৱাৰ ভয়ত সি নেগুৰ পেলাই পলাই-পত্ৰং দিলে।

কিছুদূৰ যোৱাৰ পিছত সি এটা ঢেকীয়াপতীয়া বাঘ লগ পালে। ফোঁপাই-জোপাই অহা দেখি বাঘে তাক সুধিলে— "মামা! অ' মামা! তৰা-নবা ছিঙি তুমি কিয় দৌৰিছা? তৎক্ষণাত নাকটো মোহাৰি বুধি উলিয়াই শিয়ালে ক'লে— "মই তোমাক এটা খবৰ দিবলৈহে এনেদৰে আহিছো ভাগিন।"

**বাঘ :** খবৰটো সোনকালে কোৱা মামা।

**শিয়াল :** ভাগিন। তুমি হ'লা বনৰ ৰজা। পিছে লাজ লাগে ভাগিন। তুমি বেয়া নাপাবা আৰু দায়-দোষো নধৰিবা। তুমি নামতহে ৰজা। আচল ৰজা হ'ল আমাৰ ভক্ষ্য সেই বদমাচ ভভলা ছাগলীটোহে। ইয়াতকৈনো দুখৰ আৰু লাজৰ কথা কিবা থাকিব পাৰেনে?

**বাঘ :** মামা। ছাগলীটো ন্যায়ৰ প্ৰতিমূৰ্তি। সি আজিলৈকে কাৰো কোনো অপকাৰ অথবা অন্যায় কৰা দেখা নাই। বনৰ আইন-কানুন সি আখৰে আখৰে পালন কৰে আৰু আনকো সেই আইন মানি চলিবলৈ শিকায়। বদমাচ চিকাৰীবোৰৰ পৰাও আমাক ৰক্ষা কৰে। মুঠতে সি থকা বাবেই আমাৰ বনৰ সকলোটি প্ৰাণীয়েই সুখে-শান্তিৰে জীৱন-যাপন কৰি আছে। তেনেক্ষেত্ৰত তাক মৰাৰ কথা ভবাটো উচিত হোৱা নাই।

**শিয়াল :** ছিঃ ছিঃ ভাগিন। তুমি বাঘ হৈয়ো ছাগলীৰ দৰে কথা কৈছা আৰু সি ছাগলী হৈয়ো বাঘৰ কাম কৰি আছে। তুমি বেয়া নাপাবা ভাগিন। মই হ'লে তোমাৰ কথাত বৰ লাজ পাইছোঁ আৰু অপমানবোধ কৰিছোঁ। মই বাঘ হোৱা হ'লে ভক্ষ্য ছাগলীৰ সকলো গৰ্ব আৰু অহঙ্কাৰ এক মুহূৰ্তৰ ভিতৰতে মাটিৰ লগত মিলাই দিলোহেঁতেন। তুমি যে ইমান ভয়াতুৰ মই পিছে ভবাই নাছিলো দেই। হ'ব বাৰু। তুমিও ছাগলীৰ ভয়ত যেতিয়া কম্পমান তেন্তে আমাৰ দৰে নিমাখিত প্ৰাণীবোৰে ভয়তে পেপুৱা লাগিয়েই হাড়কেইডাল পেলাব লাগিব।

শিয়ালৰ কথা শুনি খং আৰু অপমানত বাঘটো কঁপিবলৈ ধৰিলে। খঙৰ



ভমকত সি এটা কাণ তালমাৰি যোৱাকৈ গোজৰণি মাৰি শিয়ালক ক'লে—

**বাঘ :** মামা। তেতিয়াহ'লে তুমিও মোৰ শক্তি চাই ল'বা। ব'লা, ছাগলীটো মোক দেখুৱাই দিয়া।

**শিয়াল :** ব'বা, ব'ৰা ভাগিন। তোমাৰ শক্তি আৰু মোৰ বুদ্ধি লগ লগাই আমি ছাগলীটো মাৰিমগৈ ব'লা।

মঙহ খোৱাৰ লোভত প্ৰতিহিংসা চৰিতাৰ্থে দুয়ো গৈ পাহাৰৰ ওপৰত চৰি থকা ছাগলীটোৰ কাষ পালেগৈ। মহা বলধৰ ছাগলীটোৰ দুৰ্দান্ত শিংজোৰ দেখিয়েই শিয়ালৰ সৰ্বশৰীৰ কঁপি উঠিল। বাঘেও পেটে পেটে ভয় খালে।

**শিয়াল :** ভাগিন। ছাগলীটো বৰ শক্তিশালী। আমি অকলে অকলে যোৱা দেখিলে সি ভয় নকৰিব। গতিকে টান পঘা এডালেৰে দুয়ো দুয়োৰে লগত টানকৈ বান্ধি লওঁ। বন্ধা-বন্ধি হৈ দুয়ো একেলগে যোৱা দেখিলে ছাগলীয়ে নিশ্চয় ভয় খাব। তদুপৰি আমি দুয়ো তাক একেলগে আক্ৰমণ কৰিবলৈও সুবিধা পাম।

শিয়ালৰ পৰামৰ্শমতে দুয়ো ডিঙিত ভালদৰে পঘাৰে সাঙুৰি লৈ ছাগলীৰ ওচৰ পালেগৈ।

**বাঘ-শিয়াল :** ঐ ভভলা ছাগলী। তোক আমি খাবলৈ আহিছোঁ।

**ছাগলী :** কি ক'লি তহঁতে?

**বাঘ-শিয়াল :** তোক আমি খাম এতিয়া?

**ছাগলী :** আকৌ এবাৰ ক'চোন, কি কৈছ তহঁতে।

**বাঘ-শিয়াল :** হেৰ' শুনা নাইনে? তোক আমি এতিয়াই বধিম আৰু তোৰ মাংস জুতি লগাই খাম। বুজিছনে নাই।

বাঘ আৰু শিয়ালৰ কথা শুনি ছাগলীটোৰ বৰ খং উঠিল। সি তাৰ স্বভাৱসুলভ গলগলীয়া মাতেৰে গগন ভেদি যোৱাকৈ বেবাই উঠিল আৰু ক'লে—

লতাপতা বনৰ বাঘ খাওঁ মই
মোকনো খাই কোনে?

সেইবুলি সি এটা দীঘল জাপ মাৰি আহি তলত থকা বাঘ আৰু শিয়ালৰ

গাতে পৰিল। তাৰ থিয় গোৰ খাই বাঘ আৰু শিয়াল বহু দূৰৈত ছিটিকি পৰিল। বাঘৰ কঁকালৰ জোৰা লৰিল আৰু শিয়ালৰ অৱস্থাও কাহিল হ'ল। ছাগলীটোৱে আৰু এটা জাপ মাৰিবলৈ যো-জা কৰা দেখি সিহঁত হালে তৰা-নৰা ছিণ্ডি দৌৰিবলৈ ধৰিলে। ডিঙিত বান্ধি থোৱা বাবে বাঘে শিয়ালক চোঁচৰাই নিবলৈ ধৰিলে। চোঁচৰা খাই যাওঁতে দুখ পোৱা বাবে শিয়ালে মৰিলো ঐ মৰিলো ঐ বুলি যিমানেই আটাহ পাৰিলে, বাঘটোৱে সিমানে বেছি ভয় খাই জঁপিওৱাৰ গতি বঢ়াই দিলে। ফলত গছে-বনে আৰু ওখ-চাপৰ মাটিত খুন্দা খাই শিয়ালৰ প্ৰাণবায়ু ওলাই গ'ল। তেনে সময়তে সন্মুখতে ছাগলীটো দেখা পাই বাঘে কিংকৰ্তব্য বিমূঢ় হৈ জাপ এটা মাৰি দিয়াত এজোপা দুঠেঙীয়া গছৰ দুয়োটা ডালৰ মাজত চেঁপা খাই লাগি ধৰিল। অশেষ চেষ্টা কৰিও তাৰ পৰা ওলাই আহিব নোৱাৰি বাঘটোৱে তাতেই প্ৰাণ বিসৰ্জন দিব লগাত পৰিল। "ছাগলীটোক মাৰি খাবলৈ গৈ এনেকৈয়ে বাঘ আৰু শিয়ালে নিজৰ পৈত্ৰিক প্ৰাণটো হেৰুৱাব লগাত পৰিল।

হামৰ কাহনিটা হিয়েঁ চিৰাই গেল।





# শীত আৰ বসন্ত

## (শীত আৰু বসন্ত)

এখন দেশত এজন বৰ প্ৰতাপী ৰজাই ৰাজত্ব কৰিছিল। সেইজন ৰজাৰ ৰাজ্যত প্ৰজাসকল বৰ সুখেৰে জীৱন-যাপন কৰিছিল। ৰজা মৰমিয়াল, দানশীল আৰু প্ৰজা বৎসল আছিল। ৰাণীও অতিকৈ দয়ালু আৰু ধাৰ্মিক আছিল। ৰজা আৰু ৰাণীক সেয়ে প্ৰজাসকলে বৰ শ্ৰদ্ধা কৰিছিল আৰু ভালো পাইছিল।

প্ৰজাসকলক লৈ ৰজা-ৰাণীৰো মনত অপাৰ আনন্দ আছিল। পিছে তেওঁলোকৰ এটা দুখৰ কাৰণো আছিল। কিয়নো অনেক পূজা-পাৰ্বন, যাগ্-যজ্ঞ আৰু দান-দক্ষিণা কৰাৰ পিছতো ৰজা-ৰাণীয়ে কোনো সন্তানৰ মুখ দেখিবলৈ পোৱা নাছিল। সন্তানহীন ৰজা-ৰাণীৰ মনত সেয়ে বেজাৰৰ কালিমা সততে লাগি থকা দেখা গৈছিল।

বহু বছৰ প্ৰতীক্ষাৰ পিছত অৱশেষত ৰজা-ৰাণীৰ প্ৰতি ভাগ্যদেৱী সু-প্ৰসন্ন হয়। ৰাণী গৰ্ভৱতী হোৱাত ৰজা আৰু ৰাণীৰ জীৱনলৈ যেন আনন্দৰ বন্যাহে নামি আহিল। এই খবৰ পাই প্ৰজাবৰ্গয়ো বৰ সন্তোষ লভিলে।

এদিন শোৱনি কোঠাৰ বিছনাত ৰাণীয়ে ওপৰলৈ মুখ কৰি শুই আছিল। আগন্তুক সন্তানক কিদৰে আদৰিব আৰু কেনেকৈ লালন-পালন কৰিব তাকে মনত ভাবি আছিল। এনেতে ঘৰৰ গাতে লাগি থকা বকুল গছ এজোপাত এহাল মইনা চৰায়ে বাহ সজা দেখা পালে। ৰাণীয়ে মইনাহালক সদায়ে লক্ষ্য কৰি আছিল। কিছুদিনৰ পিছত মইনাজনীয়ে এহাল পোৱালি জন্ম দিলে। দ্বিতীয়াৰ জোনটো বঢ়াৰ দৰে চৰাই পোৱালিহালো ডাঙৰ হ'বলৈ ধৰিলে। কিন্তু দুখৰ কথা যে হঠাতে এদিন মইনাজনী মৰি থাকিল। ৰাণীয়ে লক্ষ্য কৰিলে যে দিন-দিয়েকৰ পিছত মইনাটো নতুন এজনী মইনা চৰাই বিয়া কৰাই আনিলে। মাহীমাক মইনাজনীয়ে পোৱালী দুটাক অনবৰতে খুটিয়াই থকাত আৰু খাবলৈ নিদিয়াৰ বাবে কেইদিনমান জীয়াতু ভুগি চৰাই পোৱালিহাল মৰি থাকিল।

এই মৰ্মন্তুদ ঘটনাটোৱে ৰাণীৰ মনত গভীৰ ৰেখাপাত কৰে। নিজৰ আগন্তুক সন্তানৰ ভৱিষ্যত চিন্তা কৰি ৰাণীৰ অন্তৰতো ভয় আৰু শংকাই আগুৰি ধৰিলে। ৰাণীয়ে অনেক ভাবি-গুণি ৰজাক এদিন প্ৰশ্ন কৰিলে।

"মহাৰাজ! মোৰ যদি কেনেবাকৈ মৃত্যু হয়, তেন্তে আপুনিও নিশ্চয় মইনা চৰাইটোৰ দৰেই পুনৰ বিবাহ কৰাব?"

প্ৰশ্নটো শুনি ৰজা বৰ আচৰিত হ'ল। তেওঁ ৰাণীক ক'লে— "মহাৰাণী! তুমি অবাবতে এনে চিন্তা কৰিছা। তোমাৰ অবিহনে মই আনৰ কথা সপোনতো ভাবিব নোৱাৰো। বিয়া কৰোৱাৰ প্ৰশ্নই নুঠে।" ৰজাৰ আন্তৰিকতাপূৰ্ণ কথাখিনি শুনি ৰাণী ক্ষান্ত হ'ল।

অলপ দিনৰ পিছতে ৰাণীয়ে এহাল যজা সন্তান প্ৰসৱ কৰিলে। নৱ ৰাজকুমাৰ যুগলক লৈ ৰাজ্য আৰু ৰাজকাৰেঙত আনন্দৰ পাৰাপাৰ নোহোৱা হ'ল। ৰাণীও পুত্ৰদ্বয়ক লৈ ব্যস্ত হৈ পৰিল আৰু মনৰ আনন্দত ৰজাই ৰাজকাৰ্য পৰিচালনা কৰাত মনপুতি লাগি গ'ল।

বিধিৰ বিধান কোনেও খণ্ডাব নোৱাৰে। বছৰ বাগৰাৰ আগতেই ৰাণীয়ে কোনো এক অচিন ৰোগত ভুগি ৰজাৰ যত্ন আৰু ৰাজবৈদ্যৰ সকলো প্ৰকাৰৰ চিকিৎসাক এফলীয়া কৰি থৈ মৃত্যুবৰণ কৰে। ৰাণীৰ মৃত্যুত ৰাজ্যজুৰি শোকৰ ছাঁ নামি আহিল। ৰজাও বৰ ম্ৰিয়মান হৈ পৰিল।

ৰাণীক দিয়া বচন অনুযায়ী ৰজাই দুয়োপুত্ৰক বুকুত সাবটি দিন অতিবাহিত কৰিবলৈ ধৰিলে। ৰাণীৰ বিয়োগত মৰ্মাহত হোৱা ৰজাৰ ৰাজভোগ আৰু বিষয়-বাসনাৰ প্ৰতি আসক্তি নোহোৱা হৈ পৰিল। তেওঁৰ আনকি ৰাজকাৰ্যৰ প্ৰতিও ধাউতি নোহোৱা হ'ল। ফলত প্ৰজাসকলৰ জীৱনলৈ নানা প্ৰকাৰৰ দুখ-দুৰ্গতি আহিবলৈ ধৰিল।

ৰজা আৰু ৰাইজৰ দুৰৱস্থা দেখি পাত্ৰ-মন্ত্ৰীসকল বৰ চিন্তিত হ'ল। পুনৰ বিবাহ কৰাই দিলেহে ৰাজকাৰ্যৰ প্ৰতি ৰজাই মন-কাণ দিব পাৰে বুলি ভাবি তেওঁলোকে ৰজাক দ্বিতীয় বিবাহ কৰাবলৈ অনুৰোধ কৰিলে। পিছে ৰজাই স্বৰ্গীয়া ৰাণীক দিয়া প্ৰতিশ্ৰুতি মতে পুনৰ বিবাহ কৰাবলৈ ৰাজী নহ'ল। পাত্ৰ-মন্ত্ৰীসকলে অনেক চেষ্টা কৰিও একো ফল ধৰাব নোৱাৰিলে।

আনহাতে চুবুৰীয়া ৰজাজনেও নিজৰ একমাত্ৰ ৰাজকুমাৰীক এইজন



ৰজালৈকে বিবাহ দিবলৈ বৰকৈ ইচ্ছা কৰিছিল। সেইজন ৰজাই নিজৰ উদ্দেশ্য সাধনৰ বাবে কেইজনমান বুধিয়ক ব্ৰাহ্মণ পণ্ডিতক ৰজাৰ ওচৰলৈ পঠালে।

অতিথিপৰায়ণ ৰজাই চুবুৰীয়া ৰাজ্যৰ পৰা অহা ব্ৰাহ্মণ অতিথিসকলক বৰ আদৰ-সাদৰ কৰি ৰাত্ৰি যাপনৰ ব্যৱস্থা কৰি দিয়ে। কিন্তু অতিথিসকলে ৰজাৰ ঘৰত অন্ন গ্ৰহণ কৰিবলৈ ৰাজী নহ'ল। তেওঁলোকে ৰজাক ক'লে, "আমি ৰাণীৰ হাতৰ অন্নহে গ্ৰহণ কৰিম।" ব্ৰাহ্মণৰ দৰে নমস্য ব্যক্তিসকলক বিমুখ কৰি পাপৰ ভাগী হ'বলৈ ৰজাৰ সত নগ'ল। সেয়ে বাধ্যত ৰজাই পুনৰ বিবাহ কৰিবলৈ মত দিব লগা হ'ল।

ছোৱালীঘৰীয়া ৰজাৰ মনোকামনা পূৰণ হ'ল। অতি ধুমধামেৰে ৰজাৰ দ্বিতীয় বিবাহ সু-সম্পন্ন হৈ গ'ল। ৰজা-ৰাণী, নৱজাত পুত্ৰদ্বয়, পাত্ৰ-মন্ত্ৰী আৰু সমূহ প্ৰজাবৰ্গই পুনৰ আনন্দৰে দিন অতিবাহিত কৰিবলৈ ধৰিলে।

দিন বাগৰিল। মাহ পাৰ হ'ল। বছৰেও মেলানি মাগিলে। নতুন ৰাণীয়ে গৰ্ভধাৰণ কৰিলে। ইয়াৰ পিছতে ৰাণীৰ মনত কু-বুদ্ধিয়ে বাহ ল'বলৈ ধৰিলে। যদিহে ৰজাৰ যমজ পুত্ৰদ্বয় জীয়াই থাকে তেনেহ'লে তেওঁৰ গৰ্ভত জন্ম লোৱা সন্তানে কেতিয়াও ৰজা হ'ব নোৱাৰিব। এই চিন্তাই ৰাণীক ব্যাকুল কৰি তুলিলে। সেয়ে অন্যায় কৰি হ'লেও ৰাণীয়ে নিজৰ অভিলাষ পূৰণ কৰিবলৈ সংকল্প গ্ৰহণ কৰিলে।

এদিন যমজ পুত্ৰদ্বয় "গেন্দ" খেলি আছিল। হঠাৎ এবাৰ বলটো আহি ৰাণীৰ গাত লাগে। বচ্! আৰু কোনে পায়। ৰাণীয়ে সুযোগ গ্ৰহণ কৰি মাটিত ঢলি পৰিল। অনেক ঔষধ-পাতি কৰাৰ পিছতো ৰাণীৰ পেটৰ বিষ উপশম নহ'ল। অৱশেষত ৰাজবৈদ্যই ৰাণীৰ কু-মন্ত্ৰণা মতে ৰজাক জনালে— "ৰাণী আৰু তেওঁৰ গৰ্ভৰ সন্তানক বচাবলৈ হ'লে যমজ পুত্ৰদ্বয়ক কাটি সিহঁতৰ তেজেৰে ৰাণীৰ কপালত ফোঁট দিব লাগিব।"

এইকথা শুনি ৰজা বৰ বিমূঢ়ত পৰিল। ৰাণী, ৰাজবৈদ্য আৰু অন্যান্য কু-অভিসন্ধিকাৰীৰ জালত ৰজা বন্দী হ'ব লগা হ'ল। অনিচ্ছা সত্বেও ৰজাই নিজৰ প্ৰাণসম মৰমৰ পুত্ৰদ্বয়ক কটোৱালৰ হাতত সপি দিয়ে। কটোৱালে ল'ৰাহালক অটব্য অৰণ্যৰ মাজলৈ লৈ যায়। কিন্তু ৰাজকুমাৰ দুজনৰ মৰম লগা চেহেৰালৈ চাই সিহঁতৰ অনুৰোধ পেলাব নোৱাৰি নিজৰ ৰাজ্যলৈ উভতি নহাৰ প্ৰতিশ্ৰুতি লৈ কটোৱালে দুয়োকে ঘোঁৰাত তুলি দূৰ দেশলৈ পঠিয়াই

দিয়ে। সিহঁত গুচি যোৱাৰ পিছত কটোৱালে এটা কুকুৰ কাটি তাৰে তেজ নি ৰজাক দিয়েগৈ। অশ্রুসিক্ত নয়নেৰে ৰজাই সেই তেজেৰে ৰাণীৰ কপালত এটি মাত্র ফোঁট আঁকি দিয়ে আৰু তাৰ লগে লগেই ৰাণীয়ে আৰোগ্য লাভ কৰে।

ৰাজকুমাৰ দুজন নিজৰ ৰাজ্যৰ সীমা পাৰ হৈ গভীৰ অৰণ্যত প্রৱেশ কৰে। এনেতে ৰাতি হোৱাত এজোপা গছৰ তলত সিহঁত আশ্রয় লয়। সেই গছজোপাৰ ওপৰত এহাল 'পাঁড়কি' (কপৌ) চৰাই আছিল। চৰাইহালে একেটা কথাকে সুৰীয়া কণ্ঠেৰে গাই আছিল— "যি আমাৰ মূৰ খাব সি ৰজা হ'ব, ফুলে-ফলে জাতিষ্কাৰ হ'ব আৰু যি আমাৰ গা-চোৱা খাব সি কঙাল হ'ব, শুকান আৰু নঙঠা হ'ব।"

ইতিমধ্যে ৰাতি পুৱাল। অৰুণৰ আৰক্তিম আভাই বনৰ মাজতো পোহৰ বিলালে। শ্রান্ত-ক্লান্ত ৰাজকুমাৰদ্বয় শোৱাপাটি এৰাৰ লগে লগে ভোকত সিহঁতৰ পেট কলমলাবলৈ ধৰিলে। খোৱা বস্তু একোকে নেদেখি সিহঁতে চৰাইহালকে মাৰিলে। ভোকৰ জ্বালা সহিব নোৱাৰি ডাঙৰজন ৰাজকুমাৰে কপৌহালৰ মাংসখিনি অকলেই খাই পেলালে। সৰু ৰাজকুমাৰে উপাই নাপাই কপৌহালৰ মূৰ দুটাহে জুইত পুৰি খাই নিজৰ ক্ষুধা নিবাৰণ কৰে। মাংস খাই পানী পিয়াহ লগাত ডাঙৰ ৰাজকুমাৰ পানী বিচাৰি গ'ল। কিন্তু তেওঁ যিফালে গ'ল সেইফালে শুকান হৈ পৰিল। গছ-লতাৰ পাত পকি সৰিবলৈ ধৰে। নদ-নলা সকলো শুকাই খৰালি কাল হ'ল। শীতৰ প্রচণ্ড সেৰসেৰীয়া বায়ু বলিবলৈ ধৰে। বহু পথ অতিক্রম কৰাৰ পিছত সি শুষ্কপ্রায় জলাশয়ৰ পৰা এটুপি পানী খাবলৈ পালে। তেতিয়াৰ পৰাই ডাঙৰ ৰাজকুমাৰৰ নাম শীত হ'ল।

আনহাতে সৰুজন ৰাজকুমাৰে পানী বিচাৰিব লগা নহ'ল। তেওঁ যিফালে গ'ল সেইফালে বন-জংঘল ফুলেৰে সুশোভিত হৈ পৰিল। ন পানীৰে নদী-নলা উপচি পৰিল। মৃদু মলয়া পৱনে জীৱজগতৰ মন-প্রাণ আহ্লাদিত কৰি তুলিলে। সি হেঁপাহ পলুৱাই পানী খালে আৰু অপূর্ব ৰূপত সজাই-পৰাই লোৱা কুহকিনি প্রকৃতিদেৱীৰ বন-বীথিকাৰ মাজৰ পৰা ভাহি অহা পক্ষীগণৰ সুললিত গুঞ্জন ধ্বনিৰ মাজত আত্ম-বিভোৰ হৈ পৰিল।

কপৌহালৰ ভৱিষ্যত বাণী অনুযায়ী তেতিয়াৰ পৰাই ডাঙৰ ৰাজকুমাৰ হ'লগৈ ছয়টা ঋতুৰ ভিতৰতে আটাইকৈ কঙাল স্বৰূপ শীতকাল। সেয়ে ৰাজকুমাৰ শীত নামেৰে সি জনাজাত হ'ল। আনহাতে সৰু ৰাজকুমাৰ হৈ



পৰিল ঋতুৰ ৰজা বসন্তকাল। তেতিয়াৰ পৰাই সি ৰাজকুমাৰ বসন্ত নামেৰে জনাজাত হ'ল। এইদৰেই শীত আৰু বসন্তকাল সৃষ্টি হ'ল বুলি চাহ জনজাগোষ্ঠীৰ কিছুলোকৰ মাজত আজিও কিম্বদন্তী প্রচলিত হৈ আছে।

হামৰ কাহ্নি সিৰাই গেল।

ঢেকীয়া শাগ বুঢ়াই গেল।।



# অহঙ্কাৰী ৰাজকুমাৰ

পৌৰাণিক যুগৰ কথা। এমাহৰ আগতে এজন ৰাজকুমাৰৰ বিবাহ হৈছিল। পৰম্পৰা অনুযায়ী মাহৰ শেষত "গৌণা" নামৰ সামাজিক প্ৰথাৰে ৰাজকুমাৰে শহুৰেকৰ ঘৰলৈ গৈ নৱবধুক "পহিল লিয়ান" কৰি আনিব লাগে। নানা আ-অলংকাৰ আৰু পৰিধেয় সামগ্ৰী লৈ শুকুলা ঘোঁৰাই টনা আটক-ধুনীয়া ৰথত উঠি ৰাজকুমাৰ শহুৰেকৰ ঘৰলৈ যাত্ৰা কৰিলে। শহুৰেকৰ ঘৰলৈ যোৱাৰ পথৰ আছিল দুটা— প্ৰথমতো চমু আৰু আনটো দীঘলীয়া। ৰাজকুমাৰ বৰ উদ্ধত আৰু অহঙ্কাৰী আছিল। সি বিপদসঙ্কুল হ'লেও চমু পথেৰেই ৰথৰ ঘোৰা চেকুৰাই দিয়ে।

যাত্ৰাপথত ৰাজকুমাৰে প্ৰথমতে এখন অটব্য অৰণ্য পালে। বাঘ, সিংহ, হাতী আদিৰে ভৰা সেই অৰণ্য ৰাজকুমাৰে হেলাৰঙে অতিক্ৰম কৰিলে। তাৰ পিছত মানুহৰ বসতি স্থান পালে। বাটত লগ পোৱা বেপাৰীসকলক দাবি-ধমকি দি সিহঁতৰ কষ্টোপাৰ্জিত ধন সি আত্মসাৎ কৰিলে। নিজৰ স্ফূৰ্তিৰ বৰেই বহুতৰে পিঠিত চাবুকেৰে এচাট-দুচাট মাৰি থৈ গ'ল। এইদৰে গৈ গৈ ৰাজকুমাৰে জন-প্ৰাণীহীন বিস্তৃৰ্ণ বালুকাৰাশি পালেগৈ। বহুদূৰ যোৱাৰ পিছত এখন খৰস্ৰোতা পাহাৰী নৈ অতিক্ৰম কৰিলে। নৈৰ সিপাৰত হঠাতে ৰাজকুমাৰে এজন আলৰ বুঢ়া মানুহ দেখা পালে। বুঢ়াই বৰ মনোযোগ দি পাল্লা এখনেৰে বালি জুখি আছিল। বালি জোখাত ব্যস্ত হৈ পৰা বুঢ়াক দেখি কৌতুহলবশতঃ সি বুঢ়াৰ ওচৰ চাপিল। অভ্যাসত পৰিণত হোৱা বাবে হাতৰ চাবুকডালেৰে সি বুঢ়াৰ পিঠিত কোব এটা বহুৱাই দিলে। তাৰ পিছতহে পগলাৰ দৰে বালিবোৰ বুঢ়াই কিয় জুখি আছে তাৰ কাৰণ সুধিলে। বুঢ়াই চাবুকৰ মাৰ খায়ো কোনো প্ৰতিক্ৰিয়া প্ৰকাশ নকৰি মিচিকিয়া হাঁহি মাৰি ক'লে— "মূৰ্খ ক'ৰবাৰ। দেখা নাইনে মই দুনিয়াৰ মানুহক অন্ন দি আছোঁ?" পিঠিত আৰু একোব দিবলৈ মন গৈছিল যদিও অতিপাত বুঢ়া হোৱা বাবে ৰাজকুমাৰে খং সামৰি কৌতুক কৰি সুধিলে— "মোৰ কাৰণে আহাৰ দিছানে বুঢ়া?" বুঢ়াই তাৰফালে নোচোৱাকৈয়ে ক'লে— "হয়. দিছোঁ।" ৰাজকুমাৰে ক'লে— "মহামূৰ্খ বুঢ়া। আজি



মই "শহুৰবাৰী"লৈ গৈ আছোঁ। মোৰ বাবে আজি কিমান যে মিষ্টান্ন, পৰমান্ন, ৰাজভোগ মজুত আছে সেইকথা তই ক'ত বুজিব পাৰিবি। বুঢ়া ডাঙৰীয়া! মোক তুমি আজিৰ বাবে কোনো খাদ্যই দিব নালাগে। বুজিছানে বাৰু?"

বুঢ়াই মুখেৰে একো নামাতি ৰাজকুমাৰৰ নামত জোখা বালিৰ পৰা বৃদ্ধা আৰু কনিষ্ঠা আঙুলিৰে ধৰি এচিকতা বালি উলিয়াই পেলাই দিয়ে। উভতাৰ পথত আৰু দুটামান কোব দিয়াৰ ভাবুকি দি ৰাজকুমাৰ "হাৱা ৰকম" (বায়ু বেগেৰে) গুচি গ'ল।

ৰাজকুমাৰ শহুৰেকৰ ঘৰ গৈ পোৱাৰ লগে লগে সাদৰ-সম্ভাষণ জনাই তেওঁক আগবঢ়াই নিয়ে। খুলশালীয়েকহঁতে নানা ধেমালি কৰি ৰাজকুমাৰৰ পথৰ ভাগৰ প্ৰশমিত কৰিলে। ইতিমধ্যে খোৱাৰ সময় হ'ল। খোৱা ঘৰলৈ ৰাজকুমাৰক খুলশালীয়েক কেউজনীয়ে লৈ গ'ল। অতিকে আদৰ-সাদৰ কৰি ভিনিহিয়েকক সিহঁতে বহিবলৈ দিলে। খানচামাক খাদ্য পৰিৱেশন কৰিবলৈ নিদি সিহঁতেই সেই দায়িত্ব গ্ৰহণ কৰিলে। ভিতৰৰ পৰা খানচামাই খাদ্যসম্ভাৰ পঠাবলৈ ধৰিলে। ইপিনে ভিনিহিয়েকৰ লগত ধেমালি কৰি ৰং চাবৰ বাবে ছোৱালীহঁতে সমগ্ৰ খাদ্য খাই কেৱল খালী বাচনবোৰহে ভিনিহিয়েকলৈ পঠাই দিয়ে। এনেকৈ বাৰে বাৰে কেৱল খালী থাল-বাচনবোৰ অহাত ৰাজকুমাৰৰ খং উঠে আৰু খুলশালীয়েকহঁতক গালি পাৰিবলৈ ধৰিলে। চিঞৰ-বাখৰ শুনি ৰাণীয়ে ছোৱালীহঁতক গালি-শপনি পাৰে আৰু তেওঁ নিজেই খাদ্য পৰিৱেশন কৰিবলৈ পাকঘৰত সোমায়। মাকৰ গালি খাই ছোৱালীহঁতে ৰাজকুমাৰক আৰুহে জ্বলাবলৈ মনস্থ কৰিলে। ৰাণী অহাৰ আগতে ৰাণীৰ বেশত তাঁহাতৰে এজনীয়ে ৰাজকুমাৰক খাদ্য পৰিবেশন কৰালে। ভোকে-লঘোণে কাতৰ হৈ পৰা ৰাজকুমাৰে ফুলেৰে ঢাকি থোৱা থাল এখনৰ পৰা এমুঠি খাদ্য তুলি মুখত ভৰালে। কিন্তু সেয়া আচলতে খাদ্যৰ প্ৰলেপৰ ভিতৰত ধানখেৰৰ ছাইহে আছিল। ছাইখিনিকে চোবোৱাৰ ফলত ৰাজকুমাৰৰ অৱস্থা শোচনীয় হৈ পৰিছিল। তাকে দেখি ছোৱালীহঁতে হাঁহি হাঁহি মাটিত বাগৰি পৰিল। ৰাজকুমাৰে বৰ অপমানবোধ কৰি খঙতে নিজৰ ঘৰলৈ বুলি ঘোঁৰা চেকুৰাই দিয়ে।

সেই সময়তে শাহুয়েকে খাদ্য-দ্ৰব্য লৈ আহি দেখে যে কথা বিষম। জোঁৱায়েক খঙৰ ভমকত নাখাই-নবৈ গুচি গ'ল। ইয়াৰ পৰিণাম যে অতি ভয়াবহ হ'ব সেইকথা উপলব্ধি কৰি ৰাণীয়ে ৰাজকুমাৰক ঘূৰাই আনিবৰ বাবে সহচৰ বৰ্গৰে সৈতে ৰথত উঠি আগবাঢ়ি গ'ল। পিছে সৈন্য-সামন্ত অহা বুলি ভাবি ৰাজকুমাৰ যিমান পাৰে নিজৰ ঘোঁৰা চেকুৰাই আগবাঢ়ি গৈ থাকিল।

এইদৰে গৈ গৈ ৰাজকুমাৰে বালি জুখি থকা সেই বুঢ়াজনক লগ পালে। খেদি অহা সেনা-বাহিনীৰ (ৰাজমাতাৰ দলটিৰ) পৰা ৰক্ষা পোৱাৰ আন উপাই নাপাই ৰাজকুমাৰে সেই বুঢ়াজনৰ আশ্ৰয় প্ৰাৰ্থী হ'ব লগা হ'ল। বুঢ়াই তেওঁক অভয় দি সুধিলে। "হেৰা বোপাই! আজি তুমি কিবা খাবলৈ পালানে?"

প্ৰশ্নটো শুনাৰ লগে লগে বুঢ়াই বালি জুখি থাকোঁতে কোৱা আটাইবোৰ কথা ৰাজকুমাৰৰ মনত পৰি গ'ল। তেতিয়াহে ৰাজকুমাৰে নিজৰ ভুল বুজিব পাৰিলে। সৃষ্টিৰ প্ৰতিপালন কৰোঁতাজনৰ ওচৰত অহংভাব দেখুৱাৰ প্ৰতিফল হাতে হাতে পাই ৰাজকুমাৰে উচিত শিক্ষা লাভ কৰিলে। ৰাজকুমাৰে বুঢ়াক সাষ্টাঙ্গে প্ৰণাম জনাই ক'লে– "হে মহানুভৱ! হে বিশ্ব চৰাচৰৰ পালক! মোক ক্ষমা কৰা। মই তোমাক চিনিব নোৱাৰি মহা অপৰাধ কৰিলোঁ।" ৰাজকুমাৰৰ প্ৰতি সন্তুষ্ট হৈ বুঢ়াই দেৱাদিদেৱ মহাদেৱৰ ৰূপ ধাৰণ কৰিলে আৰু ৰাজকুমাৰক আশীৰ্বাদ জনাই শূন্যত বিলীন হৈ গ'ল।

ইতিমধ্যে ৰাজমাতা সেই ঠাই পালেগৈ। হৈ যোৱা দুৰ্ভগীয়া ঘটনাটোৰ বাবে মাফ্ খুজি জোঁৱায়েকক পুনৰ ঘুৰি যাবলৈ ৰাণীয়ে আহ্বান জনালে। ৰাজকুমাৰে কি কাৰণত এদিনৰ আহাৰ খাবলৈ পোৱা নাছিল সেইকথা ইতিমধ্যে বুজি পাইছিল। গতিকে বিনা প্ৰতিবাদে ৰাণীমাতাৰ লগত শহুৰেকৰ ঘৰলৈ গৈ এদিন থাকি মহা আনন্দৰে খোৱা-বোৱা কৰি 'গৌনা' কাৰ্য সম্পাদন কৰি বিবাহিত স্ত্ৰীক নিজৰ ঘৰলৈ লৈ আহে।

নিৰ্বোধ অহংকাৰৰ পৰা পতন হয় আৰু নিৰ্দোষীক শাস্তি দিলে নিজেও তাৰ ফল ভোগ কৰিব লাগে সেইকথা ৰাজকুমাৰে ভালদৰে বুজি পালে।

(কাহিনীক ভাই দু বহিনী

আৰ্

নাচে বাৰদা ধাতিংতিং)



# খিৰ্কী
## (খিৰিকী)

ভাদ মাহ। গৰমৰ প্ৰকোপ বৰ চৰা। ঘৰৰ ভিতৰত থাকিবই নোৱাৰি। আমাৰ ঘৰৰ ছাউনি ৰঙা বৰটা খেৰৰ। বেৰবোৰ বাঁহৰ ডাঠকৈ গোবৰ-মাটিৰে লিপি তাৰ ওপৰত অনতিদূৰৈত থকা আহোম ৰজাদিনীয়া গড়খাৱৈৰ বুকুৰপৰা খান্দি অনা বগা মাটিৰ প্ৰলেপ দিয়া। ইমানেই মসৃণ যে বিলাতী মাটি ব্যৱহাৰ কৰা যেনেই লাগে। কিন্তু দুখৰ বিষয় যে পাঁচকোঠলিয়া ঘৰটোত এখনো খিৰিকী নথকা বাবে কেইটামান কোঠা দিনতে আন্ধাৰ হৈ থাকে। তদুপৰি জহকালি ঘৰৰ ভিতৰত থকাটো বৰ কষ্টকৰ হৈ পৰে। সেয়ে এপৰ ৰাতিলৈকে তৰাফুল বছা আকাশৰ তলৰ আমাৰ মৰুণা মৰা বৰচোতালখনতে নগাধাৰি পাৰি পৰি থাকো। এইখিনি সময়ত আমি নানা ধৰণৰ গল্প, কাহিনী, সাঁথৰ আদি মা, দেউতা আৰু ডাঙৰ বাইদেউহঁতৰ পৰা শুনি থকো।

এইদৰে গল্প কৰি থাকোঁতে এদিন আমাৰ ঘৰত খিৰিকী নৰখাৰ কথা ওলাল। কিয় আমাৰ ঘৰত খিৰিকী ৰখা নহয়, সোধাৰ লগে লগে শকত, মটহা এশ বাইশ সেৰ ওজনৰ দেউতাই ভেকাহি মাৰি ক'লে— "বেয়া বুলিছো নহয়! চুপ! মনে মনে থাক্। ৰাতি সেইবোৰ কথা ক'ব নাপায়।"

দেউতাৰ টান মাতত মই বৰ অপমানবোধ কৰিলোঁ। আমাৰ মাজু বাইদেউ অৱশ্যে বৰ টেঙৰ। তেওঁ কথাটো পাতলাই দিবলৈ ক'লে, "সেইবোৰ কথা দিনৰ পোহৰতহে পাতিব পাৰি। ৰাতিৰ আন্ধাৰত নহয়। বুজিছা বাবু!

তাৰ পিছত দেউতাৰ তামোল-পাণৰ হাঁচটিখনৰ পৰা জোখমতে চূণ আৰু গাঁৱলীয়া চুঙাৰ ধপাতেৰে এখন তামোল দেউতালৈ আগবঢ়াই দিলে। তৰ্ক কৰি বা জোৰ কৰি যে দেউতাৰ পৰা একো কথা উলিয়াব নোৱাৰি সেইকথা আমি ঘৰখনৰ আটায়ে জানো। কিন্তু কেতিয়া কি কৌশল খটালে দেউতাৰ পৰা কথা উলিয়াব পাৰি সেইটো একমাত্ৰ বাইদেৱেহে জানে।

দেউতাক উদ্দেশ্য কৰি তাই ক'লে— "আজিকালি বৰ চোৰ ঘূৰি ফুৰে। খিৰিকী থাকিলে চোৰে ঘৰৰ ভিতৰত সোমাই সকলো বস্তু চোৰ কৰি লৈ যাব নহয়নে দেউতা?"

তাইৰ কথা শুনি বৰফ গলিল। দেউতাই মুখত ভৰাই লোৱা তামোলখন চোবাই প্ৰথম পিক্‌খিনি পেলাই আহি গল খেকাৰি মাৰি আৰম্ভ কৰিলে। শুন বাৰু! ঘৰৰ বেৰত কি কি কাৰণত মই খিৰিকী নাৰাখো।

প্ৰথম কথা হ'ল এই যে আকাশত তৰাবোৰ দেখিছ নহয়?সেইবোৰ আমাৰ পূৰ্বপুৰুষসকলৰ আত্মা। মৃত্যুৰ পিছত মানুহৰ আত্মাবোৰ আকাশত তৰা হৈ জিলিকি থাকে আৰু ৰাতি পৃথিৱীত থকা নিজৰ পা-পৰিয়ালৰ মানুহবোৰলৈ চাই থাকে। কিন্তু দুষ্ট লোকৰ আত্মাবোৰ আকাশতো শান্তিৰে থাকিব নোৱাৰে। কাজিয়া-পেচাল কৰি তাতো অশান্তি কৰি থাকে। যমদূতে তেনেকুৱা দুষ্ট অথবা পপীয়া আত্মাবোৰ আকাশৰ পৰা তললৈ ঠেলি পঠিয়ায়। সিবিলাকেই পপীয়া তৰা হিচাপে আকাশৰ পৰা জ্বলি জ্বলি খহি পৰে। এই পপীয়া তৰাবোৰে পৃথিৱীতো অতপালি কৰি ভাল পায়। ৰাতি ঘূৰি ফুৰোঁতে খোলা খিৰিকী পালে ইহঁতে ঘৰৰ ভিতৰলৈ জুমি চায় আৰু ইহঁতৰ দৃষ্টি পৰিলে সৰু সৰু ল'ৰা-ছোৱালীহঁতৰ বেমাৰ-আজাৰ হয়। ইহঁতৰ বাহিৰেও পৃথিৱীতো 'চুৰকিন' নামৰ ভূত-প্ৰেত আছে। সিবিলাকৰ পৰাও ৰক্ষা পাবলৈ হ'লে ঘৰত খিৰিকী নৰখাই মঙ্গল।

মই উচ্চ মাধ্যমিক বিদ্যালয়ৰ পঞ্চম শ্ৰেণীৰ ছাত্ৰ। খিৰিকীৰ উপকাৰিতাৰ বিষয়ে পাঠ্যপুথিত পঢ়িছোঁ। মোৰ সহপাঠী ৰমেন শৰ্মাৰ ঘৰলৈও প্ৰায়ে যাওঁ। ৰমেনৰ মাকে মোক নিজৰ ল'ৰাৰ দৰে মৰম কৰে। কেতিয়াবা মই তাতে থাকো। ৰমেনৰ মাকে ৰাতি আমাৰ কোঠাৰ খিৰিকীবোৰ খুলি থৈহে গ'ল। গৰমত বতাহ আহিলে আমাৰ ভাল টোপনি আহিব বুলিহে ক'লে। এই কথাবোৰ ভাবি আছো যদিও দেউতাক জোকাই লোৱাৰ সাহস নাই। সেয়ে মনে মনে থকাৰ বাহিৰে আন উপাই নাছিল। দেউতাহঁতৰ অন্ধ বিশ্বাস আৰু অজ্ঞতা দেখি মোৰ মাথো পুতৌহে উপজিছিল।

এনেতে বাইদেৱে মাত লগালে। দেউতা! খিৰিকী ৰখাৰ আৰু কি কি ভয় আছে কোৱাচোন। অ' শুন বুলি দেউতাই আৰম্ভ কৰিলে। চাহ বাগানত সটঙ্গা ওলায়। ইহঁতে ল'ৰা-ছোৱালী ধৰি নিয়ে। কলঘৰত বলি দিবলৈ লাগে বোলে।



তৃতীয় কাৰণটো হ'ল যে আমাৰ কিছুলোকৰ ঘৰত "চৰদেওৱা" নামৰ চোৰ ভূত থাকে। এই ভূতটোৱে ৰাতি কান্ধত ভাৰ এখন লৈ ঘূৰি ফুৰে। ভূতটো মাত্ৰ এবেগেতমানহে ওখ আৰু সোণাবিৰ পাল্লাখনৰ সমান সৰু তাৰ ভাৰজোৰ। খোলা খিৰিকীৰে সি মানুহৰ ঘৰৰ ভিতৰলৈ সোমাই আৰু টকা-সিকা, ধান-চাউল, আনকি ৰান্ধিথোৱা মাছ-মাংস-ভাত আদি যাৱতীয় বস্তু চোৰ কৰি লৈ যায়।

কথাখিনি শুনি মোৰ হাঁহি উঠিছিল। ভাবিছিলো যে সেই অকণমানি ভাৰখনত সিনো কেইটা ভাত আৰু কেইডোখৰ মাছ-মাংস নিব পাৰিব। কিন্তু যিহে গৰম মেজাজৰ মানুহ আমাৰ দেউতা। সোধাৰ সাধ্য নাই আৰু তেওঁ নিজে নাহাঁহিলে বা হাঁহিবলৈ সুবিধা নিদিলে আনৰো হঁহাৰ কোনো উপাই নাথাকে। তেওঁৰ মৰ্জিৰ বিপৰীত কাম কৰিলে যি ৰুদ্ৰমূৰ্তি ধাৰণ কৰে আৰু যি সিংহগৰ্জন দিয়ে সেয়া নিজে নেদেখিলে উপলব্ধি কৰিব নোৱাৰি।

দেউতা বৰ খেয়ালী মানুহ। কাহিনীতো সিমানতে বন্ধ কৰি পুনৰ হাঁচতি খুলিলে। চূণ-ধপাত লগাই তামোল এখন আকৌ মুখত ভৰালে। মাৰুক্‌কৈ তামোলখন ভাঙি চোবাই পিক্ পেলাই আহি আকৌ ক'বলৈ ধৰিলে। তহঁতে ভাবিছ যে অকণমান ভাৰখনত চৰদেৱাটোৱে কি কি বস্তু নিব পাৰিব। নহয়নে বাৰু? বাইদেউ আৰু মই একেলগে হয় বুলি ক'লো। দেউতাই ক'লে— "ভূতটোৱে এটা চাউল, এটা ভাত বা এটা পইচা নিব পাৰিলেই গৃহস্থৰ ঘৰৰ আটাইখিনি চাউল, ভাত অথবা পা-পইচা তাৰ লগতে যায়গৈ। ফলত ভূতটোৰ মালিকজন দিনকদিনে চহকী হৈ পৰে আৰু ওচৰ-পাঁজৰৰ আন আন মানুহবোৰ দেউলীয়া হৈ যায়। কিন্তু ঘৰত খিৰিকী নাৰাখিলে এই ভূতটো ভিতৰলৈ সোমাই যাব নোৱাৰে। সেই কাৰণে ঘৰত খিৰিকী ৰাখিব নাপায়। বুজিছনে তহঁতে?

আমি নিৰ্বিবাদে হয় বুলি ক'লো।

তাৰ পিছত দেউতাই আকৌ এখন তামোল খাই আৰম্ভ কৰিলে। এইবাৰ এটা ভূতৰ গল্প ক'লে। এবাৰ চোৰ ভূতটোৱে চোৰ কৰাৰ মতলবেৰে এজন বেজৰ ঘৰত সোমাল। ভাত-তৰকাৰী চোৰ কৰোঁতে পাকঘৰত হোৱা বাচন-বৰ্তনৰ শব্দত বেজজনে সাৰ পালে আৰু ভূতটোক ধৰিবৰ বাবে সি খিৰিকীৰ কাষত চোপ লৈ থাকিল। ইচ্ছানুযায়ী সকলো বস্তু ভাৰখনত ভৰাই বেচেৰা চৰদেৱা খিৰিকীৰ ফাঁকেদি পলাবলৈ লওঁতেই বেজজনে ঘপহকৈ তাৰ চুলিকোছাত থাপ মাৰি ধৰিলে। চৰদেৱাক ধৰি ৰাখিব নোৱাৰিলে যদিও তাৰ তপা মূৰত পিন্ধা চুলিটাৰি বেজৰ হাতত থাকি গ'ল। চৰদেৱা পলাই-পত্ৰং দিলে।

চুলিটাৰি পাই বেজে হাততে স্বৰ্গ ঢুকি পালে। কিয়নো চুলিকোছা নাথাকিলে সি অদৃশ্য হ'ব নোৱাৰে। ফলত সি কাবো ঘৰত চুৰ কৰিব নোৱৰা হ'ল। কেৱল এয়ে নহয়, দিনৰ দিনটো সি বাঁহনিয়ে-পিতনিয়ে সোমাই লুকাই থাকিব লগাত পৰিল।

এই ঘটনাৰ পিছৰে পৰা সদায়ে মাজৰাতি বেজৰ ঘৰলৈ আহি চৰদেৱাটোৱে বেজৰ নাম কাঢ়ি চিঞৰি চিঞৰি নিজৰ চুলিকোছা খুজিবলৈ ধৰিলে। সি ঘৰৰ ভিতৰলৈ সোমায়ো চুলিকোছা লৈ যাব পাৰিলেহেঁতেন। পিছে সৰিয়হৰ ডুলিত চুলিটাৰি ভৰাই থোৱা বাবেহে সি নিব পৰা নাছিল। ভূতটোৱে সদায়ে আহি কাবৌ-কাকুতি কৰাৰ উপৰি বেজৰ ঘৰত কেতিয়াও চোৰ নকৰো বুলি শপত খালে আৰু ভালেখিনি ধন-সোণ দিয়াতহে বেজজনে চুলিকোছা চৰদেৱাক দি দিলে।

চৰদেৱা ভূত থকাৰ অন্ধবিশ্বাস চাহ মজদুৰসকলৰ মাজত আজিও প্ৰচলিত হৈ থকা দেখা যায়। এনেধৰণৰ অনেক অন্ধ বিশ্বাসৰ বাবে ঘৰৰ বেৰত খিৰিকী ৰাখিবলৈ এইখন সমাজৰ মানুহে আজিও ইচ্ছা প্ৰকাশ নকৰে। শিক্ষিত যুৱক-যুৱতীসকলে জনসাধাৰণক বুজোৱাৰ দায়িত্ব ল'লেহে এই পিছপৰা চাহ জনজাতিসকলৰ উন্নতি সম্ভৱপৰ হৈ উঠিব।





# শিয়াৰ পাঁড়ে
## (শিয়াল পণ্ডিত)

এখন হাবিতলীয়া গাঁৱৰ কথা। এগৰাকী বুঢ়ীয়ে তেওঁৰ একমাত্ৰ নাতিয়েকৰ সৈতে সেইখন গাঁৱতে বাস কৰিছিল। খেতি-বাতি কৰি সিহঁতে দুয়ো পেট প্ৰবৰ্তাইছিল। ধলপুৱাতে নাঙল-যুৱলি কান্ধত লৈ দমৰা গৰু এহাল খেদি খেদি নাতিয়েকে হাল বাবলৈ যায়। বুঢ়ীয়ে বাহি বন অঁটাই নাতিয়েকৰ বাবে পথাৰলৈ জলপান লৈ যায়। হাল ৰখাই পথাৰৰ পানীতে হাত-মুখ ধুই নাতিয়েকে জলপান খায়। দহমন বাজিলে হাল মেলি দি সি ঘৰলৈ আহে। পথাৰৰ পৰা ধৰি অনা সৰু মাছৰ আঞ্জাৰে আইতাকে তাক আথে-বেথে খাবলৈ দিয়ে। আইতাকৰ প্ৰতি তাৰ বৰ টান আৰু আইতাকেও তাক বৰ মৰম কৰে।

এনেকৈয়ে দিন গৈ আছিল। বুঢ়ী আইতাকে সদায় জলপান লৈ যোৱা আৰু পথাৰৰ আলিত বহি নাতিয়েকে তৃপ্তিৰে জলপান খোৱাৰ দৃশ্য "বান্দিয়া শিয়াৰ" (খৰা শিয়াল) এটাই বহুদিনৰে পৰা লক্ষ্য কৰি আছিল। জলপান খোৱা দেখিলেই তাৰ জিভাৰ পৰা পানী ওলাইছিল। সেয়ে ধূৰ্ত শিয়ালটোৱে কি উপায়েৰে বুঢ়ীয়ে অনা জলপানখিনি খাব পাৰিব তাৰ উপাই চিন্তিবলৈ ধৰিলে। অৱশেষত সি এটা উপাই বিচাৰি পাই আনন্দতে হুৱা হুৱাকৈ চিঞৰি জঁপিয়াই উঠিল।

পিছদিনা বুঢ়ীয়ে মূৰত জলপানৰ টোপোলা আৰু হাতত পানীৰ টেকেলি লৈ পথাৰলৈ ওলাল। হাবিতলীয়া লুংলঙীয়া বাটটোৱে গৈ থাকোঁতে শিয়ালটোৱে বুঢ়ীক বাট ভেটা দিলে। সি দাঁত নিকটাই খেদি অহাত ভয়ত বুঢ়ী ত্ৰস্তমান হ'ল। কিংকৰ্তব্য বিমূঢ় হৈ পৰা বুঢ়ীক শিয়ালটোৱে ক'বলৈ ধৰিলে-- "ধৰ বুঢ়ী পুছ্ৰি হাম খাব খিচৰি।" ভয়ত বিতত হৈ পেপুৱা লগা বুঢ়ীয়ে শিয়ালৰ হুমকি মতে তাৰ নেজডালত ধৰি থাকিল। সেই ছেগতে শিয়ালে মহাতৃপ্তিৰে জলপান খাই নিজৰ উদৰ ভৰালে।

শিয়ালে খঁচা জুঠাখিনিকে বুঢ়ীয়ে পথাৰলৈ লৈ গ'ল। দাবি-ধমকিৰ ভয়ত আতাইকে নাতিয়েকক শিয়ালৰ কু-কৰ্মৰ বিষয়ে একোকে নক'লে। শিয়ালে বুঢ়ীৰ পৰা কাঢ়ি লৈ জলপান খোৱা কাৰ্য নিতৌ ঘটিবলৈ ধৰিলে। এইদৰে সদায়েই এৰেহা আৰু আনে খঁচা জলপান খাবলগীয়া হোৱাত নাতিয়েকৰ মনত নানা ধৰণৰ চিন্তা হ'বলৈ ধৰিলে। অনেক ভাবি-চিন্তিও সি একো কাৰণ উলিয়াব নোৱাৰি এদিনাখন বুঢ়ী আইতাকক সুধিলে। প্ৰশ্নটো শুনাৰ লগে লগে বুঢ়ী ভয়ত কঁপিবলৈ ধৰিলে। পিছে সি অভয় দিয়াতহে থোকা-থোকি মাতেৰে ক'লে— "বোপাই তোলৈ বুলি সজাই-পৰাই অনা জলপানখিনি বাটতে এটা বান্দিয়া শিয়ালে মোক ভয় দেখুৱাই খাই পেলায়। মই ভয়তহে ইমানদিনে তোক কথাটো ক'ব পৰা নাছিলো। মই বুঢ়ী মানুহ। তই কাটিলেও কাট, মাৰিলেও মাৰ। মই হ'লে শিয়ালটোৰ প্ৰকোপত তোলৈ আৰু ভাল জলপান আনিব নোৱাৰিম।"

কথাখিনি শুনাৰ পিছত নাতিয়েকৰ বৰ খং উঠিল আৰু কিদৰেনো সি 'বদমাচ' শিয়ালটোক এসেকা দিব পাৰিব, তাৰ উপাই সাজিবলৈ ধৰিলে।

ইপিনে শিয়াল পণ্ডিতে বুঢ়ী আহিলেই দাঁত নিকটাই খেঙ্-খেঙাই বাট আগচি ধৰি জলপান খোৱাৰ লোভত সদায়ে বুঢ়ী অহা বাটত খাপ লৈ থাকিবলৈ ধৰিলে। কিন্তু কেবাদিনৰ পৰা বুঢ়ীৰ দেখা-দেখিয়েই নাই। তথাপিতো লুভীয়া শিয়ালটোৱে জলপান খোৱাৰ আশা এৰি দিয়া নাছিল।

কেইদিনমানৰ পিছত হঠাতে এদিন দুপৰীয়া বুঢ়ীক সেইফালে অহা দেখি শিয়ালৰ মন আনন্দৰে ভৰি পৰিল। বুঢ়ী নিচেই ওচৰ আহি পোৱাত জোপোহাৰ মাজৰ পৰা জাপ মাৰি আহি সি বুঢ়ীৰ বাট আগচি ধৰিলে। বুঢ়ী যেন ইয়াৰ বাবে সাঁজু হৈয়েই গৈছিল। ধপচকৈ বুঢ়ী মাটিতে বহি কপালত চপৰিয়াই হিয়া ভাঙি কান্দিবলৈ ধৰিলে। বুঢ়ীৰ কাৰ্যত শিয়ালটো বৰ আচৰিত হ'ল আৰু জলপান নেদেখি বুঢ়ীক আক্ৰমণ কৰিবলৈ উদ্যত হয়। তেতিয়া বুঢ়ীয়ে তাক ক'লে যে তাইৰ একমাত্ৰ নাতিয়েকটো মৰি থাকিল। সেয়ে নাতিয়েকৰ শ্ৰাদ্ধৰ দিনা সেইখন বাহিত থকা তাৰ মিতিৰ-কুটুম সবাকে লগত লৈ যাবৰ বাবে বুঢ়ীয়ে সাদৰেৰে হালধী বুলোৱা চাউল দি শিয়ালটোক সপৰিয়ালে নিমন্ত্ৰণ জনাবলৈ অহা বুলি ক'লে।

শিয়ালে বুঢ়ীৰ নিমন্ত্ৰণ গ্ৰহণ কৰিলে আৰু আটাইবোৰ শিয়ালক লগত লৈ যাবলৈ কথা দিলে। বুঢ়ী অহাৰ পিছত শিয়ালটোৱে ভাবি বৰ আনন্দ পালে যে জলপান মুঠিয়েই যদি ইমান সোৱাদ লগা হয় তেনেহ'লে মাছে-মঙহেৰে



শ্ৰাদ্ধৰ ভোজ নিঃসন্দেহে অতি উপাদেয় হ'ব।

শ্ৰাদ্ধৰ দিনা বুঢ়ীৰ চোতাল শিয়ালেৰে ভৰি পৰিল। নোদোকা পোৱালি, মঙহাল ডেকা-ডেকেৰী আৰু বুঢ়া-বুঢ়ী শিয়ালৰ মাজত ধূৰ্ত বান্দিয়া শিয়ালে ভোজ খোৱাৰ লোভত জিভা উলিয়াই চেলেকা-চেলেকি কৰি গোটেইখন চোতাল পিয়াপি দি ফুৰিবলৈ ধৰিলে। এখন্তেক সময় ৰ'বলৈকো সিহঁত অধৈৰ্য হৈ পৰিল। বান্দিয়া শিয়ালে বুঢ়ীক বাৰে বাৰে সকীয়াবলৈ ধৰিলে— "হেই বুঢ়ী। আৰু কিমান দেৰি কৰ? সোনকালে আমাক খাবলৈ দে।"

বুঢ়ীয়ে ক'লে, "তহঁত শিয়ালৰ জাত। একোকে নাজান। হাঁহৰ মাংস ৰন্ধা হ'ল। মুৰ্গীৰ মাংসখিনি ৰান্ধি আছোঁ আৰু পঠাৰ মাংস কাটি আছে। অলপ সময় ৰ' তহঁত। আজি তহঁতক এনেকুৱা খানা খুৱাম যে এই জনমত আৰু নাখালেও হ'ব।"

বুঢ়ীৰ কথা শুনি শিয়ালসোপাৰ লোভ আৰুহে চৰিল। নেজৰ ওপৰত ভৰ দি বহি সিহঁতে মাংস খাবলৈ পোৱাৰ লোভত ইটোৱে সিটোৰ মুখ চেলেকিবলৈ ধৰিলে।

ক্ষন্তেক পিছতে বুঢ়ীয়ে পাত লৈ ঘৰৰ ভিতৰৰ পৰা ওলাই আহিল। শিয়ালবোৰক শাৰী পাতি বহুৱাই প্ৰত্যেকৰ সন্মুখত একোখিলাকৈ পাত পাৰিলে। তাৰ পিছত প্ৰত্যেককে সিহঁতৰ পিছফালে টানকৈ পুতি থোৱা বাঁহৰ খুঁটাত পকোৱা পঘাৰে বান্ধিবলৈ ধৰিলে। বুঢ়ীৰ এনে কাৰ্যত আপত্তি দৰ্শাই বান্দিয়াই ক'লে যে ইয়াৰ দ্বাৰাই অতিথিক অপমান কৰাহে হৈছে। তেতিয়া বুঢ়ীয়ে ইনাই-বিনাই কান্দি কান্দি ক'বলৈ ধৰিলে। "চোৱা বাচাহঁত! মোৰ একেটি মাত্ৰ নাতি আছিল। তাৰ মৃত্যুত মই বৰ দুখ পাইছো। মোৰ আৰু জীয়াই থকাৰো ইচ্ছা নোহোৱা হ'ল। সেয়ে মোৰ যথা সৰ্বস্ব খৰচ কৰি শ্ৰাদ্ধৰ বাবে বহু বস্তু গোটাইছোঁ। তোমালোক হ'লা জানোৱাৰৰ জাত। তাতে শিয়াল। গতিকে বেছিকৈ খোৱাৰ লোভত পৰি কাজিয়া-পেচাল কৰিবা আৰু সেয়ে হ'লে খোৱা বস্তুবোৰ গছকি-ফেনেকি নষ্ট কৰিবাহঁক। তৃপ্তিৰে মনৰ হেঁপাহ পলুৱাই কাৰোৱেই খোৱা নহ'ব। সেয়ে সকলোৱে যাতে তৃপ্তিৰে নিজৰ নিজৰ ভাগৰ খাদ্য খাব পাৰা তাৰ বাবেহে তোমালোকক বান্ধিবলৈ লৈছোঁ। খোৱা হৈ যোৱাৰ লগে লগে সকলোকে খুলি দিম।

বুঢ়ীৰ কথা শুনাৰ পিছত কোনেও আপত্তি নকৰিলে। সকলোকে বান্ধি বুঢ়ীয়ে মাজ চোতালত বহি ৰাউচি জুৰি কান্দিবলৈ ধৰিলে। বুঢ়ীয়ে কান্দি কান্দি

গোৱা গানটো এনেধৰণৰ আছিল–

খেড়া নাচে চাড়াপ চুৰুপ

বান্দিয়া শিয়াবেৰ বিহা।

এখন যদি থাকত বুঢ়া

মাৰত কৰেৰ পাসা।।

বুঢ়ীৰ কিনিকিনি শুনাৰ লগে লগে ভলুকা বাঁহৰ টাঙোন হাতত লৈ ঘৰৰ ভিতৰৰ পৰা বুঢ়ীৰ নাতিয়েকজন ওলাই আহিল। ধৰ বুঢ়ী পুছৰি মই খাওঁ খিছৰি বুলি নেজডাল ধৰাই বুঢ়ীৰ পৰা জলপান কাঢ়ি লে খোৱা বান্দিয়া শিয়ালটোক ভালকৈ কেইকোবমান সোধালে। 'বঙ্গ্ মে ভঙ্গ' হোৱা দেখি শিয়ালইঁতৰ মাজত হুৰা-দুৰা লাগিল। কিন্তু শত চেষ্টা কৰিও ৰচীৰে বান্ধি থোৱা বাবে কোনো এটা শিয়ালেই পলাই সাৰিব নোৱাৰিলে। আটাইবোৰ শিয়ালেই টাঙোনৰ কোবত প্ৰাণ বিসৰ্জন দিব লগাত পৰিল।

এনেকৈয়ে বুঢ়ীৰ নাতিয়েকে দুষ্ট বান্দিয়া শিয়াল আৰু তাৰ অঙহী-বঙহীৰ ওপৰত প্ৰতিশোধ ল'লে। ইয়াকেই কয়, "জৈসা কৰণি তৈসা ভৰণি।"





# চম্পাৱতী

বহুযুগৰ আগতে চম্পাৱতী নগৰত চম্পক নামৰ এজন ধনী সদাগৰ বাস কৰিছিল। তেওঁৰ বাসভৱনটো ৰাজঅট্টালিকা স্বৰূপ আছিল। হীৰা-মুকুতা আৰু বাখৰ খটোৱা তেওঁৰ মহলটো সুবৰ্ণ ৰেখা নদীৰ পানীত অস্তমিত সূৰ্যৰ আৰক্তিম ৰশ্মিমালাৰ দৰেই জিলিকিছিল। ধনে-ধানে, সুখে-সম্পদে নন্দন-বদন চম্পক সদাগৰৰ নাম আৰু যশ দেশ আৰু দেশান্তৰত বিয়পি পৰিছিল।

চম্পক সদাগৰৰ সাত গৰাকী মাঁদে আৰু মাত্ৰ একেজনী ভনীয়েক আছিল। ভনীয়েকৰ নাম আছিল চম্পা। সৰু কালতে পিতৃ-মাতৃৰ বিয়োগ হোৱাত ঘাট-মাউৰা চম্পাক ককায়েক চম্পকে একাধাৰে মাতৃৰ মৰম-ভালপোৱা আৰু পিতৃৰ অকৃত্ৰিম স্নেহ-মমতা দিছিল। সেয়ে চম্পাই পিতা-মাতাৰ অভাৱ কেতিয়াও অনুভৱ কৰিব লগা হোৱা নাছিল। ককায়েকৰ আলাসৰ লাডু চম্পাৰ একোৰে অভাৱ নাছিল। জেষ্ঠ ভ্ৰাতৃৰ স্নেহৰ শীতলি কোলাত তাই কলগছ বঢ়াদি বাঢ়ি যৌৱনত ভৰি দিয়েহি।

যোল্লটা বসন্ত পাৰ কৰি যৌৱনৰ গৌৰৱত গৌৰৱিনী চম্পাৰ নিটোল দেহ বল্লৰী, অমায়িক ব্যৱহাৰ, স্নেহশীলতা আৰু সদালাপে সেই দেশত বাস কৰা ধনী সদাগৰ তনয়সকলক বাৰুকৈয়ে আকৰ্ষণ কৰিছিল। তেনে কেবাটাও পৰিয়ালৰ পৰা সমন্ধ অহাত চম্পক সদাগৰে গৌৰৱ অনুভৱ কৰিছিল আৰু ধন-ঐশ্বৰ্যত নিজৰ সমকক্ষ পৰিয়ালৰ এজন যুৱকৰ লগত চম্পাৰ বিয়া বন্দৱস্ত কৰিলে।

এজন ধনবান আৰু সুদৰ্শন যুৱকৰ লগত বৈবাহিক সম্পৰ্ক স্থাপন হোৱাত চম্পক সদাগৰৰ মন-প্ৰাণ আনন্দৰে ভৰি পৰিল। সেয়ে নগৰৰ সকলোকে আমন্ত্ৰণ কৰি উদৰ পূৰাই ভূৰি ভোজন কৰালে। উপস্থিত ৰাইজৰ আগতে চম্পক সদাগৰে সদম্ভে ঘোষণা কৰিলে যে ভনীয়েকক যৌতুক হিচাপে অনেক সা-সম্পত্তি আৰু গহনা-গাঠৰি দিয়াৰ উপৰি ডিঙা ভৰাই সাত নাও

সোণ-ৰূপ প্ৰদান কৰিব। চম্পাই তাইৰ প্ৰতি থকা ককায়েকৰ অকপট মৰমৰ উমান পাই আনন্দতে কান্দি পেলালে। উপস্থিত ৰাইজে চম্পকৰ ভগিনী প্ৰেম দেখি তবধ মানিলে আৰু সকলোৱে তেওঁক একেমুখে সাধুবাদ জনালে।

পিছদিনা চম্পক সদাগৰে বেহা কৰাৰ 'মতলব' কৰি সাগৰত নাও মেলি দিলে। সাত দিন সাত ৰাতি যোৱাৰ পিছত তেওঁ বিদেশৰ মাটিত পদাৰ্পণ কৰে। সেই দেশত তেওঁ এইবাৰ বৰ আদৰ-সাদৰ পালে আৰু নিজৰ সকলো বস্তু বেছ চৰা দামত বিক্ৰি কৰি চম্পকে প্ৰচুৰ ধন ঘটিলে। ভনীয়েকক যৌতুকত দিব লগা সাত নাও সোণ-ৰূপ নাৱত ভৰাই অৱশেষত তেওঁ ঘৰমুৱা হয়।

ইফালে চম্পকৰ সাত গৰাকী মাঁদৈয়ে চম্পাক সাত নাও সোণ-ৰূপ দিবলৈ লোৱা কথাটো সমূলি ভাল পোৱা নাছিল। গতিকে কি উপাই অৱলম্বন কৰিলে এই বিপুল পৰিমাণৰ সোণ-ৰূপ চম্পাক নিদিয়াকৈ থাকিব পাৰি তাৰ উপাই চিন্তিবলৈ ধৰিলে। অৱশেষত তেওঁলোকে এটি সহজ উপাই বিচাৰি পালে। ডাঙৰ গৰাকী মাঁদৈৰ ঘৰলৈ চম্পাক মাতি নি আটাইকেইজনীয়ে ধৰা-ধৰি কৰি তাইক কাটি পেলালে আৰু তাইৰ তেজেৰে নিজৰ শাৰীবোৰত ৰং বুলাই ল'লে। দুজন বিশ্বাসী অনুচৰৰ দ্বাৰাই জনবসতিৰ নিলগত মৰাশটো কবৰ দিয়ালে আৰু চম্পা হেৰাই যোৱা বুলি নগৰত প্ৰচাৰ কৰাই দিলে।

চম্পাক সদাগৰে যিমান পাৰে খৰকৈ নাও বাইছিল যদিও বিপৰীতমুখী সোঁতৰ বাবে সাগৰতে তেওঁৰ বহু পলম হৈ গ'ল। সেয়ে চম্পাৰ বৰিয়াত (বৰযাত্ৰী) আহাৰ দিনাহে তেওঁ দেশৰ মাটিত ভৰি দিয়েহি। তেওঁৰ মনত মাত্ৰ এটাহে চিন্তা। ভনীয়েকৰ বিয়াখন অতি ধুমধামেৰে পতাৰ চিন্তাতহে তেওঁৰ মন-প্ৰাণ আচ্ছন্ন হৈ আছিল। মাত্ৰ কেইঘণ্টামানৰ পিছতে অতিকৈ মৰমৰ ভনীয়েকক সম্প্ৰদান কৰিব, সেইকথা ভাবি তেওঁ ৰোমাঞ্চিত হৈছিল। এনেদৰে নানান চিন্তাত থৌকি-বাথৌ হৈ অপাৰ ধন-সোণ আৰু লগুৱা-লিকচৌ লৈ আহি থাকোঁতে তেওঁ এপাহ জলমলাই থকা তেজ-ৰঙা পলাশ ফুল দেখিবলৈ পালে। ফুলপাহ দেখি তেওঁৰ বৰ ভাল লাগিল। এনে এপাহ ৰঙা পলাশ ফুল পালে ভনীয়েক চম্পাই আনন্দতে কিৰিলি পাৰি উঠিব বুলি মনতে ভাবি ফুলপাহ ছিঙিবৰ বাৰে তেওঁ পলাশ গছজোপাৰ ওচৰ পালেগৈ। কিন্তু ফুলপাহ ছিঙিবলৈ হাত মেলোঁতেই তেওঁক আচৰিত কৰি ঢুকি পোৱাৰ পৰা ওপৰলৈ ফুলপাহ উঠি গ'ল আৰু ইনাই-বিনাই গাবলৈ ধৰিলে—

মতো ছুব মতো ছুব



দাদা পৰাশঃ ফুল

দাদা পৰাশঃ ফুল।

বহিনী কাইট্ মুদৈ

শাৰী ৰংগলই

মুদৈ শাৰী ৰংগলই।

ককায়েকে বহু চেষ্টা কৰিও ফুলপাহ ছিঙিব নোৱাৰিলে। তদুপৰি চম্পাৰ মাতৰ অবিকল মৰম লগা মাত আৰু গীতৰ অৰ্থটোৱে তেওঁক বৰ বিমূঢ়ত পেলালে। ফুলপাহ এৰি আহিব খুজিলেই ফুলপাহ তললৈ নামি আহে আৰু ছিঙিবলৈ গ'লেই পুনঃ পুনঃ ওপৰলৈ উঠি যায়। এইদৰে ভালেখিনি সময় অতিবাহিত হৈ যোৱাৰ পিছত বৰযাত্ৰী দলটিও সেইখিনি পালেহি। চম্পকৰ লগত সেই স্থানতে তেওঁলোকৰ 'ভেটাভেটি' হয়। চম্পকৰ অনুৰোধ ক্ৰমে দৰা পক্ষয়ো ফুলপাহ ছিঙিবলৈ গ'ল। প্ৰথমতে দৰাৰ বাপেকে ফুলপাহ ছিঙিবৰ বাবে যোৱা দেখি পলাশ ফুলপাহে গাবলৈ ধৰিলে—

মত ছুৰ মত ছুৰ

শহুৰ পৰাশ ফুল

বহুৰি কাইট্ মুদৈ

শাৰী ৰঙ্গলই

মুদৈ শাৰী ৰঙ্গলই।

এই কথা শুনি শহুৰেকে ফুলপাহ নিছিঙি ঘূৰি অহাত বৰজনাজনে ছিঙিবলৈ যায়। কিন্তু ফুলপাহে একেদৰে বিনাই বিনাই বৰজনাকো ছিঙিবলৈ মানা কৰাত তেৱোঁ উভতি আহে।

শেষত সকলোৱে পৰামৰ্শ মতে বৰবাবু (দৰা)জনে পলাশজোপাৰ ফালে আগবাঢ়ি যায়। তেওঁ যোৱাৰ লগে লগে সকলোকে আঁচৰিত কৰি ফুলপাহ গছজোপাৰ একেবাৰে তললৈ নামি আহে আৰু অতি কৰুণ সুৰেৰে বিলাপ কৰিবলৈ ধৰিলে—

ধীৰে ছুৰঃ ধীৰে ছুৰঃ

কোঁৱৰ পৰাশ ফুল

স্বজনী কাইট্ মুদৈ

শাৰী ৰঙ্গালই

মুদৈ, শাৰী ৰঙ্গলই।

কোঁৱৰে (বৰ বাবুয়ে) ফুলপাহ ছিঙি ফালি পেলোৱাৰ লগে লগে তাৰ মাজৰ পৰাই অপৰূপ লাৱন্যময়ী চম্পাৱতী ওলাই আহিল। তাইৰ পৰা ঘটি যোৱা দুৰ্ভাগ্যজনক ঘটনাটোৰ বিষয়ে সকলো কথা জানিব পাৰি চম্পক সদাগৰে বৰ-কন্যাক আশীৰ্বাদ কৰি তাতেই বিবাহকাৰ্য সম্পন্ন কৰিলে। সাত গাড়ী সোণ-ৰূপ আৰু মণি-মুকুতা দি চম্পক সদাগৰে তেওঁৰ একমাত্ৰ ভনীয়েক চম্পাৰাণীক আনন্দৰ অশ্ৰুসিক্ত নয়নেৰে বিদায় দিয়ে।

চম্পক সদাগৰে ঘৰলৈ আহি মাদৈসকলক চম্পাৰ খবৰ সোধাত আটাইকেউজনীয়ে কান্দি কান্দি তাই হেৰাই যোৱা বুলি ক'লে। পিছে সদাগৰে আগতেই প্ৰকৃত ঘটনাৰ বিষয়ে জানিছিল। গতিকে দুষ্ট মাদৈ কেইগৰাকীক তেওঁ বনবাস দি শাস্তিপ্ৰদান কৰিলে।

ঢেঁকীয়া শাগ বুঢ়াই গেল।

হামৰ কাহ্নি সিৰাই গেল।।





# বাঁশী কুমাৰী

পুৰণি দিনৰ কথা। চাওঁতাল পাৰগানাৰ পাহাৰে ঘেৰা এখন হাবিতলীয়া গাঁৱৰ এটা চাওঁতাল পৰিয়ালত সাতজন ভাই-ককাই একেলগে বাস কৰিছিল। শিলত কটা ভাস্কৰ্যৰ দৰে নিটোপল চেহেৰাৰে চালে চকুত লগা সিহঁতৰ একেজনী মাত্ৰ ভনীয়েক আছিল। আটাইকেউজন ককায়েকে তাইক পেটমোচা বুলি বৰ মৰম কৰিছিল। পিছে নবৌয়েকহঁতে তাইক অকণো ভাল নাপাইছিল। তাই দুবেলা দুমুঠি পেট ভৰাই খাবলৈ নাপাইছিল যদিও কোনো আপত্তি নকৰাকৈয়ে নবৌয়েকহঁতৰ ফয়-ফৰমাচ মতে ঘৰৰ সকলো বন-বাৰি কৰিছিল। তথাপিতো নবৌয়েকহঁতৰ তাইৰ প্ৰতি হিংসা কমাৰ পৰিৱৰ্তে বাঢ়িহে গৈছিল। সেয়ে তেওঁলোকে সজাই-পৰাই তাইৰ বিৰুদ্ধে নানা মিছা কথা লগাই ককায়েকহঁতৰ মনত তাইৰ প্ৰতি বিষক্ৰিয়াৰ সৃষ্টি কৰিছিল। এইদৰে দিন যোৱাৰ লগে লগে তেওঁলোকৰ অন্তৰত ভনীয়েকৰ প্ৰতি বেয়া মনোভাব দৃঢ় হ'বলৈ ধৰিলে।

পৰম্পৰা অনুযায়ী চাওঁতাল ভাই-ককাই কেউজনে একেলগে প্ৰায়ে চিকাৰ কৰিবৰ বাবে হাবিলৈ গৈছিল। চিকাৰ আৰু কৃষি দুয়োটাই সিহঁতৰ জীৱিকাৰ উপাই আছিল। কাজেই চিকাৰ কৰাটো সিহঁতৰ নিচাৰ লগতে প্ৰয়োজনো আছিল।

এদিন সাতোজন ভাই-ককাই চিকাৰলৈ গৈছিল। চিকাৰ বিচাৰি সিহঁত হাবিৰ বহু ভিতৰলৈ সোমাই গ'ল। তথাপিতো কোনো জীৱ-জন্তু সিহঁতে বিচাৰি পোৱা নাছিল। চ'ত মহীয়া টিকাফটা ৰ'দত অনাই-বনাই ঘূৰি ফুৰোঁতে পিয়াহত সিহঁতৰ অণ্ঠ-কণ্ঠ শুকাই গৈছিল। ছোট নাগপুৰৰ হাবিতলীয়া পাহাৰী ঠাইত সহজে পানী বিচাৰি পোৱা বৰ টান। পিয়াহত আতুৰ হৈ সিহঁতে চাৰিওফালে পানী বিচাৰি নাপাই নিৰাশ হৈ পৰিল। ইপিনে পানীৰ পিয়াহত সিহঁতৰ প্ৰাণ যায় যায় অৱস্থা হ'ল।

পানীৰ সন্ধানত এজনে ওখ গছ এজোপাৰ ওপৰলৈ উঠিল। গছৰ

ওপৰৰ পৰা সি নাতিদূৰৈত পানীৰে ওপচি থকা এটা বিশাল আকৃতিৰ জলাশয় দেখিবলৈ পালে। বেগা-বেগীকৈ সি গছৰ পৰা নামি ককায়েকহঁতক জনালে। পানীৰ আশাত সিহঁত উলাহতে জলাশয়ৰ ফালে খোজ ল'লে। কিন্তু আঁচৰিত কথা যে সিহঁত যিমানদূৰ আগবাঢ়ি যায় পানীৰ জলাশয়টোত ঠিক সিমানখিনি দূৰ পিছফালে গুচি যায়গৈ। বহু সময় ধৰি পানীৰ মৰীচিকা খেদি সিহঁত ভাগৰি পৰিল। পানীৰ পিয়াহত কণ্ঠ-কণ্ঠ শুকাই সিহঁতৰ অৱস্থা মৃতপ্ৰায় হ'ল। শেষত বহু চিন্তা কৰাৰ পিছত সেইটো এটা দুষ্ট বঙ্গাৰ (অপদেৱতাৰ) কাম বুলি সিহঁতে বুজিব পাৰিলে। সিহঁতে এইটোও বুজিব পাৰিলে যে সেই বঙ্গাক সন্তুষ্ট কৰিব নোৱাৰিলে পানী খোৱা সম্ভৱ নহ'ব আৰু সেয়ে হ'লে জঙ্গলৰ ভিতৰতে সিহঁত আটাইকেউজনেও প্ৰাণ বিসৰ্জন দিব লাগিব।

বঙ্গাক কিদৰে সন্তুষ্ট কৰিব পাৰি সেই বিষয়ে গুণা-গঁথা কৰি থাকোঁতেই জোপোহাৰ মাজৰ পৰা বঙ্গাই নিজেই মাত লগাই ক'লে যে পানী খাবলৈ হ'লে বঙ্গাৰ নামত এজন মানুহ উছৰ্গা কৰিব লাগিব। পিছে কোনো এজনে নিজৰ তিৰোতাজনীক হেৰুৱাবলৈ মান্তি নোহোৱাত নুমলীয়া ভনীয়েকক জলাশয়ৰ বঙ্গাৰ নামত উছৰ্গা কৰিবলৈ সকলোৱে সিদ্ধান্ত লয়। ভনীয়েকক উছৰ্গা কৰাৰ সংকল্প জনাই বঙ্গাক প্ৰাৰ্থনা কৰাৰ লগে লগে নিৰ্মল পানীৰ জলাশয়টো তেওঁলোকৰ নিচেই ওচৰতে থকা দেখিবলৈ পালে। চিকাৰী কেউজনে হেঁপাহ পলুৱাই পানী খাই নিজৰ প্ৰাণ ৰক্ষা কৰিলে।

দিন চেৰেকৰ পিছতে ভনীয়েকক উছৰ্গা কৰিব বিচৰাত সৰুজন ভায়েকে মৰমৰ এনাজৰীডাল ছিঙিব নোৱৰা বাবে কিছু দিন ৰ'বলৈ ককায়েকহঁতক বৰকৈ অনুৰোধ কৰাত উছৰ্গাৰ দিন পিছুৱাই দিয়া হ'ল। পিছে নিৰ্দ্ধাৰিত দিনত উছৰ্গা নকৰা বাবে বঙ্গাৰ বৰ খং উঠিল আৰু তাৰ কোপত পৰি ডাঙৰজন ককায়েকৰ নৰীয়া আৰম্ভ হ'ল। কোনো দৰবে ফল নধৰাত সি ওঝা (বেজ) ৰ শৰণাপন্ন হ'ল। ক'লা 'চেঙুনী' (মুৰ্গী পোৱালি) কাটি আৰৈ চাউল আৰু দুবৰি বন লৈ মঙ্গল চাই বেজে ক'লে যে প্ৰতিজ্ঞাবদ্ধ হৈয়ো বঙ্গাৰ নামত উছৰ্গা কৰা দ্ৰব্য আগ নবঢ়োৱা বাবে সি বঙ্গাৰ ৰোষত পৰিছে আৰু সেয়ে তাৰ নৰীয়া হৈছে। উছৰ্গিত বস্তু সোনকালে বঙ্গাক দিব নোৱাৰিলে তাৰ নিৰ্ঘাত মৃত্যু হ'ব বুলি ওঝাই মত প্ৰকাশ কৰিলে। বেজৰ কথা শুনাৰ লগে লগে আটাইকেউজন ভাই-ককাই ভয়ত পেপুৱা লাগিল। বেজৰ পৰামৰ্শমতে আৰোগ্য লাভ কৰা মাত্ৰে ছোৱালীজনীক উছৰ্গা কৰিম বুলি বঙ্গাক প্ৰাৰ্থনা জনোৱাত তৎমুহূৰ্ততে ককায়েকে আৰোগ্য লাভ কৰিলে।



পিছদিনা চিকাৰ কৰাৰ 'বাহনা' (অজুহাত) কৰি সিহঁত সেইখন হাবিলৈ যাবলৈ ওলাল। নবৌয়েকহঁতে জলপান নিয়াৰ ছলেৰে ফুচলাই-মেলি ভনীয়েককো সিহঁতৰ লগতে পঠিয়াই দিয়ে। দুপৰীয়া জলাশয়ৰ কাষতে বহি জলপান খাবৰ বাবে সিহঁতে ভনীয়েকক এটেকেলি পানী আনিবলৈ পঠায়। ভনীয়েকে আদেশ অনুযায়ী জলাশয়লৈ নামি গ'ল। কিন্তু আচৰিত যে এৰাঁঠু পানীত নামিও কহলটোত পানী ভৰাব নোৱাৰি তাই ককায়েকহঁতক তাৰ কাৰণ সুধিলে। তেতিয়া ককায়েকহঁতে তাইক পানীৰ মাজলৈ আগবাঢ়ি গৈ থাকিবলৈ কয়। এইদৰে গৈ গৈ ডিঙিৰ সমান দ' পানীতহে তাই পানীৰে কলহটো ভৰাব পাৰিলে। পিছে পানী লৈ তাই উভতিব খোজোঁতেই দুষ্ট বঙ্গাটোৱে তাইৰ ভৰি দুখনত ধৰি পানীৰ তললৈ টানি লৈ যায়। এইদৰে ভনীয়েকক নিষ্ঠুৰ বঙ্গাৰ হাতত সপি দি সিহঁত বেজাৰ মনেৰে ঘৰমুৱা হ'ল।

কেইদিনমানৰ পিছত মৰাশটো জলাশয়ৰ পানীত ওপঙি উঠিল। সৰু ককায়েকে তাইক বৰ ভাল পাইছিল। সেয়ে সি মৰাশটো পানীৰ পৰা তুলি আনি জলাশয়ৰ পাৰতে কবৰ দিলে। নন্দেকৰ পৰা নিষ্কৃতি পোৱা বাবে নবৌয়েকহঁতে অৱশ্যে ভালকৈ পালে। ছয়জন ককায়েকেও বিশেষ দুখ প্ৰকাশ কৰা দেখা নগ'ল। মাত্ৰ সৰুজন ককায়েকেহে আনে নেদেখাকৈ চকুপানী টুকি ভনীয়েকৰ বাবে দুখ প্ৰকাশ কৰিছিল।

ছোট নাগপুৰৰ ডম জাতিৰ লোকসকল বাঁহী বজোৱাত বৰ পাৰ্গত। এই ডম জাতিৰ এজন যুৱকে তাৰ হেৰোৱা গৰু বিচাৰি জলাশয়টোৰ কাষ চপাত সমাধিটোৰ ওপৰতে বাঁহী সজাৰ উপযুক্ত বাঁহ এজোপা দেখা পালে। সি ল'ৰা-লৰিকৈ বাঁহডাল কাটিবলৈ আগবাঢ়ি গ'ল। সি তাৰ টাখিনেৰে ঘাপ এটা মৰাৰ লগে লগে বাঁহডালৰ পৰা এটা করুণ সুৰ বাজি উঠিল-

"হেৰা ডম ভাই
মৃদু মৃদুকৈ আঘাত কৰিবা
তললৈ চপাই কাটিবা
ওপৰলৈ নাকাটিবা।।
প্ৰাণৰ পৰশেৰে
সৰু ককাইদেৱে ৰুই যোৱা
এইডাল লহপহীয়া বাঁহ।।"

বাঁহজোপাৰ পৰা নিৰ্গত হোৱা এই করুণ ৰাগ শুনি ডমজন বৰ পুলকিত হ'ল। গোটা বাঁহৰ পৰাই যদি ইমান সুমধুৰ সুৰ ঝঙ্কাৰিত হয় তেনেহ'লে বাঁহী সাজি বজালে যে কিমান মধুৰ সুৰ বাজিব সেইকথা ভাবি সি বৰ আমোদ অনুভৱ কৰিলে।

বাঁহডাল কাটি ঘৰলৈ নি সি বাঁহি সাজি বজাবলৈ ধৰিলে। অপূৰ্ব সুৰ-মূৰ্চ্ছনা আছিল সেই বাঁহীৰ। ডম যুৱকজনৰ এজন নলে-গলে লগা চাওঁতাল যুৱ-বন্ধু আছিল। তাৰ অনুৰোধ পেলাব নোৱাৰি ডম যুৱকজনে তাকেই সেই বাঁহীটো দি দিয়ে।

চাওঁতাল যুৱকজনে সেই বাঁহীটো এক মুহূৰ্তৰ বাবেও এৰি নিদিছিল। সি গোটেই দিন বাঁহী বজাই বজাই গৰু চৰাইছিল। বাঁহীৰ পৰা নিৰ্গত হোৱা সুমধুৰ সুৰৰ মাজে মাজে "মই আহিলো, মই আহিলো" জাতীয় ধুন অনুৰণিত হৈছিল। এদিন ৰাতি সি গাৰুৰ তলত বাঁহীটো ৰাখি শুই পৰিল। গভীৰ নিশা বাঁহীটো এগৰাকী ধুনীয়া গাভৰুলৈ ৰূপান্তৰিত হ'ল আৰু তাইনো কিদৰে বাঁহ গছ হ'ব লগাত পৰিল সকলো কথা চাওঁতাল যুৱকজনক বিৱৰি ক'লে। সিদিনাৰ পৰা সদায়েই মাজৰাতি বাঁহীটো ছোৱালীলৈ ৰূপান্তৰিত হয় আৰু যুৱকৰ লগত হাঁহি-তামচা কৰি কটায়। ৰাতি পুৱাবৰ সময়ত কিবা এটা 'বাহানা' কৰি তাই বাহিৰলৈ গৈ পুনৰ বাঁহী হৈ পৰে। বুঢ়ী এগৰাকীৰ পৰামৰ্শ অনুযায়ী এদিন 'ফজিৰ' হোৱাৰ আগমুহূৰ্তত কোঠাৰ পৰা বাহিৰলৈ ওলাবলৈ লওঁতেই যুৱকজনে তাইক থাপ মাৰি ধৰি ৰাখে আৰু পটা গুটিৰে কোবাই বাঁহীটো ফালি পেলায়। ফলত তাই মানুহৰ ৰূপত থাকিব লগা হ'ল।

ৰাতিপুৱা গোটেই ঘটনাটো পৰিয়ালৰ লগতে গওঁৰ ৰাইজেও জানিব পাৰি বৰ আচৰিত হ'ল আৰু লগতে আমোদো পালে। পিছত মিতিৰ-কুটুম আদি সকলোৱে লগ লাগি সিহঁতহালৰ বিয়া পাতি দিয়ে আৰু তৎপশ্চাত দুয়ো মহাসুখেৰে দিন কটাবলৈ ধৰিলে।





# কড়িয়া বেটা
## (ধদুৰা পুত্ৰ)

দুৰ অতীতৰ কথা। কোনো এখন গাঁৱত এগৰাকী বিধৱা আছিল। একমাত্ৰ সন্তানটোৰ বাহিৰে তাইৰ আৰু আপোন-পৰ বুলিবলৈ কোনো নাছিল। পিছে কাণসমনীয়া পুতেক থাকিও নথকাৰ নিচিনা। কিয়নো বেটাটো তাইৰ মহা কড়িয়া (ধোদ)। সি ঘৰৰ কোনো কাম-কাজ নকৰে। দিনৰ দিনটো আলিবাটত ফটুৱা বন্ধুৰ লগত টিঘিল-ঘিলাই ঘূৰি সময় কটায়। সেয়ে উপাৰ্জনহীন বিধৱা বুঢ়ীৰ সংসাৰ চলোৱা বৰ কঠিন হৈ পৰিছিল।

সময়ৰ টিকনি আগফালে উৰে মামা। সময় কাৰো বাবে ৰৈ নাথাকে। এসাজ খাই দুসাজ লঘোণে থাকিব লগা হ'লেও বিধৱাগৰাকীৰো দিন গৈয়ে থাকিল। কিন্তু সকলো কথাৰে এটা সহ্যৰ সীমা থাকে। স্থবিৰতাই যাৰ চাৰিত্ৰিক বৈশিষ্ট্য সেই শান্ত-শীতল আই বসুমতীও মাজে মাজে মূৰ জোকাৰে আৰু তাৰ ফলতে ভূমিকম্পৰ সৃষ্টি হয়। তেনেকৈয়ে আমাৰ "ফুলৰাইস্‌কা" (কাম-বন নকৰি গা ঘেলাই ফুৰা লোক)ৰ বিধৱা মাকৰো এদিনাখন ধৰ্য্যৰ বান্ধ ভাঙি "চাক্‌নাচুৰ"(থানবান) হৈ গ'ল। নিষ্কৰ্মা কড়িয়া পুত্ৰক তাই পাৰে মানে গালি-শপনি পাৰিলে।

গালি খাই পুত্ৰৰ হুঁচ আহিল। সি উপাৰ্জন সক্ষম হ'বলৈ মাকৰ ভৰি দুখন চুই প্ৰতিজ্ঞা কৰিলে। তাৰ নিচিনা ল'ৰাৰ এনে মতি হোৱা দেখি মৰমতে মাতৃৰ নয়ন যুগল আনন্দাশ্ৰুৰে উপচি পৰিল আৰু মূৰৰ চুলি ছিঙি পুত্ৰক ধনী-মানী হ'বলৈ আশীৰ্বাদ দিলে।

মাকৰ আশীৰ্বাদ শিৰোধাৰ্য কৰি বিধৱা পুত্ৰ হীৰাচান্দ-এ সৰহকৈ ঘটাৰ উদ্দেশ্যৰে দূৰ দেশলৈ যাত্ৰা কৰিলে। বাঁৰী-দুখিনী মাকক কাঙালৰ গৰাহৰ পৰা চিৰতৰে মুক্ত কৰাৰ ভাবত আপ্লুত হৈ হীৰাচান্দ দ্ৰুত গতিৰে আগবাঢ়ি গ'ল। তাৰ লগতে শুকুলা ঘোঁৰাৰ দিব্য ৰথত উঠি সূৰ্য দেৱতায়ো তীব্ৰ বেগেৰে

পশ্চিমলৈ গতি কৰিলে। ক্ৰমে ক্ৰমে সূৰ্য দেৱতাই তাৰ গতিপথৰ অগ্ৰসৰ হৈ থাকিল আৰু এসময়ত দিগন্তৰ সিপাৰৰ অন্তাচলত বিলীন হৈ যায়।

ইতিমধ্যে আমাৰ হীৰাচান্দেও যথেষ্ট পথ অতিক্ৰম কৰিলে। দিনটোৰ যবনিকা পৰাত সি ৰাতিৰ বাবে আশ্ৰয়স্থলৰ সন্ধানত সচেষ্ট হয়। এনেতে কিছু নিলগত সি এটা পঁজাঘৰ দেখিবলৈ পালে। টিমিক-টামাককৈ জ্বলি থকা চাকিৰ পোহৰৰ ফালে গৈ গৈ সি সেই ঘৰতো পালেগৈ। তাৰ মাত শুনি ভিতৰৰ পৰা এগৰাকী বুঢ়ী ওলাই আহিল আৰু তাৰ অনুৰোধ ক্ৰমে বুঢ়ীয়ে ৰাতিটোৰ বাবে তাক আশ্ৰয় দিয়ে।

পিছদিনা বেলি ধলফাট নৌদিওঁতেই হীৰাচান্দ ঘৰৰ পৰা ওলাল। সি গৈ থাকিল। গৈয়েই থাকিল। ভোক আৰু পিয়াহত তাৰ অণ্ঠ-কণ্ঠ শুকাই গ'ল। তথাপিতো একেবাৰে ৰাতিহে জিৰণী লোৱাৰ সংকল্প লৈ গন্তব্য পথত সি আগবাঢ়ি গৈয়েই থাকিল।

ক্ৰমে ক্ৰমে বেলি লহিয়াবলৈ ধৰিলে। পক্ষীকুলে নানান ধৰণৰ কলৰৱ তুলি সন্ধ্যা-আৰতি সমাপন কৰিলে। আকাশখনে তৰাফুল বছা এখন আঁৰ-কাপোৰেৰে দিনৰ শ্ৰান্ত-ক্লান্ত পৃথিৱীখন আচ্ছাদিত কৰিলে। সেই সময়ত সংকল্পত অটল আমাৰ হীৰাচান্দ এখন গভীৰ অৰণ্যৰ মাজত আছিল। অজান, অগম্য অৰণ্যৰ অন্ধকাৰত নিজকে আৱিষ্কাৰ কৰি ভয়ত সি পেপুৱা লাগিল। অৱশেষত সি বাট নেদেখা হ'ল আৰু সেয়ে সি থমকি ৰ'ব লগাত পৰিল। নিৰুপায় হৈ সি এজোপা বটগছৰ তলতে বহি ৰাত্ৰি যাপন কৰিবলৈ মন মেলিলে।

ক্ষন্তেক সময় জিৰণী লোৱাৰ পিছতে ক্ষুধাদেৱীয়ে তাক বাৰুকৈয়ে আমনি কৰিবলৈ ধৰিলে। পেটৰ ভোক গুচাবলৈ সি মোনাত হাত ভৰালে। দূৰ দেশলৈ যাত্ৰা কৰাৰ সময়তে মাকে তাক খৰধৰকৈ তিনিখন পিঠা ভাজি দিছিল। সেই পিঠা তিনিখন উলিয়াই সি ভাবিবলৈ ধৰিলে। কেইদিন যে এনেদৰে যাব লাগিব তাৰ কোনো ঠিক নাই। গতিকে তিনিখন পিঠাৰ মাত্ৰ এখনহে সি আজিলৈ খাব। পিছে তিনিখনৰ কোনখন পিঠা খাব ঠিক কৰিব নোৱাৰি সি ভোৰভোৰাই উঠিল– "ইটো খামনে সিটো খাম? নহয় নহয় এইটোহে খাম।" সি আশ্ৰয় লোৱা বটজোপাৰ তিনিটা প্ৰকাণ্ড ডাল আছিল। প্ৰতিটো ডালতে একোজনকৈ ভূত বাঁস কৰিছিল। হীৰাচান্দৰ কথা শুনি সিহঁত ভয়ত থৰহৰি কম্পমান হ'ল। আগেয়ে কোনো দিনে নেদেখা আচহুৱা প্ৰাণী হীৰাচান্দক দেখি সিহঁত তিনিওটাই আগৰে পৰাই ভয় খাই আছিল। তাতে



হীৰাচান্দে কাক এৰিম, কাক খাম বুলি কৈ থকা দেখি ভূতকেইটাই ভয়তে কঁপি কঁপি ডালৰ পৰা নামি আহিল আৰু তাহাঁতক নাখাবৰ বাবে হীৰাক কাবৌ কৰি প্ৰাৰ্থনা জনালে। ভূত দেখি হীৰাৰো ভয়ত থৰকাচুতি হেৰাল। তাৰ মুখৰ মাত-বোল হৰিল। সি মুখেৰে নমতা দেখি ভূতকেইটাই বেঙেমূতা গৰুৰ দৰে কঁপিবলৈ ধৰাত হীৰাচান্দে বুকুত বল বান্ধি সাহস গোটাই ক'লে- "নাখাওঁ বাৰু। পিছে তহঁতে মোক কি দিবি ক'?" ভূতকেইটাই ল'ৰালৰিকৈ এটা ছাগলী আনি দিলে। ছাগলীটোক যেতিয়াই হাগিবলৈ ক'ব তেতিয়াই কেৱল টকাকে হাগিব বুলি কোৱাত হীৰাচান্দে ভূতকেইটাক নিৰ্ভয়ে যাবলৈ ক'লে।

কঢ়িয়া হীৰাচান্দক আৰু পাই কোনে? পিছদিনা ৰাতিপুৱাৰ লগে লগে সি ছাগলী খেদি ঘৰমুৱা হয়। যোৱাৰ পথত ৰাতি কটাই যোৱা বুঢ়ীৰ ঘৰ পাওঁতে পুনৰ সন্ধ্যা লাগিল। সেয়ে সি বুঢ়ীৰ ঘৰতে ৰাতি কটাবলৈ ল'লে। ৰাতি ভাত-পানী খোৱাৰ পিছত সৰল মনৰ হীৰাই বুঢ়ীক ৰহস্যজনক ছাগলীটোৰ বিষয়ে সকলো সম্ভেদ জনাই দিয়ে।

ৰাতিপুৱা বুঢ়ীয়ে "বঢ়িয়া"কৈ চাহ-জলপান খুৱাই হীৰাক বিদাই দিয়ে। ঘৰপাই অপাৰ আনন্দেৰে সি মাকক ক'লে– "মা, আজিৰ পৰা তই কোনো কাম কৰিব নালাগে। তই একো নকৰাকৈয়ে সংসাৰৰ ভিতৰতে আটাইতকৈ ধনী হ'ব পাৰিবি।" ছাগলীটো দেখুৱাই সি মাকক তাৰ অলৌকিক টকা হগাৰ কথা জনালে।

হীৰাৰ কথামতে মাকে পিছদিনা গাঁৱৰ আটাইবোৰ মানুহ মাতি আমি গোট খুৱালে। সকলোৰে সন্মুখতে সি ছাগলীটো আনি টকা হাগিবলৈ নিৰ্দেশ দিলে। অধীৰ আগ্ৰহেৰে সকলোৱে অপেক্ষা কৰিলে। সিও পৰম ঔৎসুকতাৰে ছাগলীটোক বাৰে বাৰে টকা হাগিবলৈ হুকুম দিলে। পিছে ছাগলীটোক কোনোপধ্যে টকা হগোৱাব নোৱাৰি গঞা ৰাইজৰ ওচৰত সি বৰ অপদস্থ হ'ল। সেয়ে তাৰ বৰ খং উঠিল আৰু খঙৰ ভমকত সি একে মাৰতে ছাগলীটোৰ প্ৰাণবায়ু বাহিৰ কৰি দিলে।

কেইদিনমান পিছত সি মাকক আকৌ তিনিখন পিঠা ভাজি দিবলৈ ক'লে। মাকে ভাজি দিয়া তিনিওখন পিঠা লৈ সি যাত্ৰা আৰম্ভ কৰিলে। যাওঁতে গধুলি হোৱাত সি পুনৰ সেই চিনাকি-বুঢ়ীৰ ঘৰতে ৰাতিটো কটালে।

পিছদিনা ৰাতিপুৱাই যাত্ৰা আৰম্ভ কৰি ৰাতি হোৱাৰ আগে আগে হীৰাচান্দে সেই গহন বনৰ মাজৰ বৰগছজোপা পালেগৈ। দুপৰ ৰাতি সি

মাকে ভাজি দিয়া পিঠা তিনিখন উলিয়াই লৈ ক'বলৈ ধৰিলে– "এইটো খাম নে সেইটো খাম। এটা, দুটা, তিনিটা, আটাইকেইটাকে খাম বাপেকে।" এই কথাকেইষাৰ শুনি গছজোপাৰ ওপৰত বহি থকা ভূতকেইটাই বৰ ভয় খালে আৰু নামি আহি হীৰাচান্দৰ হাতে-ভৰিয়ে ধৰি তাহাঁতক নাখাবৰ বাবে অনুৰোধ জনালে। হীৰাচান্দে তাহাঁতক একো নকৰো বুলি প্ৰতিশ্ৰুতি দিয়াত সিহঁতে হীৰাচান্দক এটা দৈৰ টেকেলি দি ক'লে যে এইটো দৈৰ অক্ষয় ভাণ্ডাৰ। যিমানেই খাব ঠিক সেই পৰিমাণৰ দৈ টেকেলিটোত পুনৰ জমা হৈ থাকিব। গতিকে আলহী-অতিথিক আপ্যায়ন কৰাৰ উপৰিও দৈ বিক্ৰি কৰিও হীৰাচান্দে ধন ঘটিব পাৰিব। ভূতৰ কথাত বিশ্বাস কৰি দৈৰ টেকেলি লৈ হীৰাচান্দ ঘৰমুৱা হ'ল। আহোঁতে এৰাতি বুঢ়ীৰ ঘৰত কটালে। বুঢ়ীয়ে তাক বৰ আদৰ-সাদৰ কৰিলে। এইবাৰ ভূতে তাক কি দিলে বুলি সোধাত সি দৈৰ টেকেলিটো দেখুৱাই আৰু বুঢ়ীক হেঁপাহ পলোৱাই দৈ খুৱালে। বহু পৰিমাণৰ দৈ খোৱাৰ পিছতো টেকেলিটো দৈৰে উপচি থকা দেখি বুঢ়ীয়ে বিস্ময় প্ৰকাশ কৰিলে।

হীৰাচান্দে দৈৰ টেকেলি লৈ আহি গধূলিপৰত নিজৰ ঘৰ পালেহি। দৈৰ টেকেলিৰ গুণাগুণৰ বিষয়ে সি মাকক বিৱৰি ক'লে। মাকে তাৰ কথাত পতিয়ন যোৱা নাছিল যদিও সি আগদিনা বুঢ়ীগৰাকীক হেঁপাহ পলুৱাই দৈ খুওৱাৰ কথা জনালে। কঢ়িয়া বেটাই এনে এটা আপুৰুগীয়া দৈৰ টেকেলি অনা বাবে মাকে গৌৰৱ অনুভৱ কৰিলে আৰু উলাহতে গাঁৱৰ সকলোকে দৈ খাবলৈ নিমন্ত্ৰণ জনালে।

নিমন্ত্ৰিত অতিথিসকলক দৈ খাবলৈ দি হীৰাচান্দে দেখিলে যে টেকেলিৰ দৈ একেবাৰতে শেষ হৈ থাকিল। পুনৰ আৰু দৈ তাত জমা নহ'ল। ফলত মাক আৰু নিমন্ত্ৰিত অতিথিসকলৰ ওচৰত সি বৰ লজ্জিত হ'ব লগাত পৰিল।

সি খঙত অগ্নিশৰ্মা হৈ পুনৰবাৰ তিনিখন ৰুটি লৈ হাবিৰ মাজৰ সেই গছজোপাৰ গুৰিত বহিলগৈ। মাজৰাতি সি এইটো খাম নে সেইটো খাম বুলি তৰ্জন-গৰ্জন কৰাত ভূতকেইটা কঁপি কঁপি তাৰ আগত হাজিৰ হ'ল। বিশ্বাসঘাতক বুলি সিহঁতক দোষাৰোপ কৰাত অনেক ভাবি-চিন্তি ভূতকেইটাই দিয়া বস্তু লৈ হীৰাচান্দে পোনে পোনে ঘৰলৈ যায় নে ক'ৰবাত ৰাতি কটাই যায়, সেই কথা সিহঁতে জানিব বিচাৰিলে। বাটতে পোৱা বুঢ়ী এগৰাকীৰ ঘৰত এৰাতি থকাৰ পিছতহে ঘৰলৈ যায় বুলি হীৰাচান্দে জনালে। এই কথা শুনি ভূতকেইটাই উৰহী গছৰ গুৰি ক'ত বুজিব পাৰিলে আৰু হীৰাচান্দক এডাল বেতৰ লাঠী দি ক'লে– "তুমি সেইজনী বুঢ়ীৰ ঘৰত এৰাতি থাকিলেই হেৰুওৱা



বস্তু কেইপদ পুনৰ ঘূৰাই পাবা।"

ভূতৰ কথামতে হীৰাচান্দে বেত লৈ আহি বুঢ়ীৰ ঘৰতে ৰাতি কটাবলৈ ল'লে। ৰাতি খুৱাই-বোৱাই বুঢ়ীয়ে এইবাৰনো ভূতৰ পৰা সি কি আনিছে জানিব বিচাৰিলে। হীৰাচান্দে বেতৰ লাঠীডাল দেখুৱাই ক'লে যে এইডাল বৰ অদ্ভুত লাঠী। এইডালৰ পৰাই সি টকা হগা ছাগলী আৰু অক্ষয় ভাণ্ডাৰৰ দৈৰ টেকেলিটো ঘূৰাই পাব। কথা শুনি বুঢ়ীয়ে প্ৰমাদ গণিলে আৰু ৰাতি যেতিয়া হীৰাচান্দ শুই নিঃপালি দিলে তেতিয়া বুঢ়ীয়ে সেই বেতডাল ভিৰতলৈ নি লুকুৱাই থ'লে আৰু অন্য এডাল বেত আনি হীৰাচান্দৰ গাৰুৰ তলত থৈ দিলে। ৰাতিপুৱা চাহ-জলপান খাই ঘৰলৈ যাবৰ পৰত ভূতৰ শিকনি মতে হীৰাচান্দে "লাঠী ওলাই আহ! চোৰক শাস্তি দে" বুলি কোৱাৰ লগে লগে ভিতৰৰ পৰা বেতডাল ওলাই আহিল আৰু বুঢ়ীক মৰিয়াবলৈ ধৰিলে। মাৰৰ কোবত বুঢ়ীয়ে হীৰাচান্দৰ লগত কৰা কেৰেমতালি স্বীকাৰ কৰিলে আৰু প্ৰকৃত টকা হগা ছাগলী আৰু দৈৰ টেকেলিটো উলিয়াই দিলে।

হীৰাচান্দে ছাগলী আৰু দৈৰ টেকেলি লৈ আহি নিজৰ ঘৰ পালেহি আৰু বাঁৰী-দুখুনী মাকৰ হাতত দুয়োপদ আপুৰুগীয়া বস্তু গতাই দিয়ে। এই দুবিধ বস্তুৰ পৰাই সিহঁত বৰ চহকী হৈ সুখ-সমৃদ্ধিৰ মাজত দিন কটাবলৈ ধৰিলে।

মাকে আৰু কোনো দিনেই হীৰাচান্দৰক কঢ়িয়া বুলি গালি-পাৰিব লগা নহ'ল।



# চাইৰ্ ইয়াৰ

দৰ্জীৰ পুতেক মৰ্জিৰাম, সোণাৰীৰ পুতেক চনাৰাম, বঢ়িৰ পুতেক (বাঢ়ৈ) বঢ়িৰাম আৰু সদাগৰৰ পুতেক ৰতনৰাম; চাৰিও বৰ নলে-গলে লগা বন্ধু আছিল। অনবৰতে চাৰিও বন্ধু একেলগে থাকে। কথা চহকী, গল্পবাজ আৰু নিষ্কৰ্মা হোৱা বাবে আটাইকেউজনে ঘৰত সদায়েই ককৰ্থনা শুনিব লগা হৈছিল।

মৰ্জিৰামক কাপোৰ-কানি চিলাই কৰা কামত, ৰতনৰামক বেহা-বেপাৰত,সোণাৰামক আ-অলংকাৰ গঢ়াত আৰু বঢ়িৰামক কাঠৰ আচবাব-পত্ৰ তৈয়াৰ কৰাত সহায় কৰিবলৈ বাপেকহঁতে সততে কৈ থাকে। কিন্তু সিহঁতৰ সেইবোৰ কাম-কাজৰ প্ৰতি সমূলি ভ্ৰুক্ষেপ নাছিল। কোন মুহূৰ্তত কাম এৰি পলাই গৈ চাৰিও বন্ধু একেলগে আড্ডা দিব পাৰে তাৰ প্ৰতিহে সিহঁতৰ ধাউতি অধিক আছিল।

এদিন বঢ়িৰামৰ অনিচ্ছা সত্বেও বাপেকৰ কঢ়া হুকুম মতে কাম কৰিব লগা হ'ল। কিন্তু বন্ধুহঁতৰ কথা ভাবি সি ইমানেই অন্য মনস্ক হৈ পৰিল যে ৰজাঘৰীয়া পালেঙ এখন বটালিৰে কাটি তেনেই নষ্ট কৰি পেলালে। নিখুঁতকৈ কাম কৰিব জনা সত্বেও কামত গাফিলতি কৰা বাবে বাপেকৰ বৰ খং উঠিল। সেয়ে অনেক গালি-শপনি পৰাৰ পিছত বাপেকে ক'লে— "তই মোৰ ল'ৰা নহৱ। তই মোৰ ঘৰৰ পৰা এই মুহূৰ্তে ওলাই যা।" সাধাৰণ গালি-শপনিবোৰ সি সদায়েই উৰুৱাই দিছিল। কিন্তু তাৰ বাপেকে কোৱা "মোৰ ল'ৰা নহৱ। এই মুহূৰ্তে মোৰ ঘৰৰ পৰা ওলাই যা"— এইবোৰ কথা সি কোনো প্ৰকাৰে সহ্য কৰিব নোৱাৰিলে।

সেয়ে ৰাতি যেতিয়া সকলো শুই নিঃপালি দিলে তেতিয়া সি হাতত সাৰে ভৰিত সাৰে আহি মাকৰ ভৰি দুখনত প্ৰণিপাত জনাই অজান মুলুকৰ উদ্দেশ্যৰে ঘৰৰ পৰা চিৰদিনৰ বাবে ওলাই আহিল। প্ৰথমতে সি চনাৰামক



জগাই ঘটি যোৱা দুখৰ ঘটনাটোৰ বিষয়ে সকলো কথা বিৱৰি ক'লে। কথাখিনি শুনি চনাৰামেও ক'লে যে সিও সোণৰ অলঙ্কাৰ গঢ়োঁতে বঢ়িৰামৰ কথা ভাবি থকা বাবে তাৰ মুখৰ গঢ়কে অলংকাৰত দি দিয়াত বাপেকৰ পৰা বৰ বেয়াকৈ গালি খাইছে। সেয়ে তাৰো নিজৰ ঘৰৰ প্ৰতি বিতৃষ্ণা জন্মিছে। গতিকে বঢ়িৰামৰ লগতে সিও ঘৰ এৰি চিৰদিনৰ বাবে ওলাই আহিল। দুয়ো বন্ধু গৃহ ত্যাগ কৰি দূৰ দেশলৈ যাবলৈ সিদ্ধান্ত লয়। যোৱাৰ আগতে শেষবাৰৰ বাবে আন দুজন বন্ধুক দেখা কৰিবলৈ ইচ্ছা যোৱাত সিহঁত দুয়ো গৈ মৰ্জিৰামক টোপনিৰ পৰা জগাই নিজৰ উদ্দেশ্যৰ কথা জনালে। সকলো শুনাৰ পিছত মৰ্জিৰামো সিহঁতৰ লগতে যাবলৈ ওলাই আহিল। এইবাৰ তিনিও বন্ধু গৈ ৰতনৰামৰ ঘৰ পালেগৈ। সদাগৰৰ পুতেক ৰতনৰামে ঘৰত একো কাম-বন কৰিব নালাগে যদিও বেহা-বেপাৰত মন নিদিয়া বাবে সিও গালি খাব লগা হয়। ধনীৰ দুলাল আলাসৰ লাডু হোৱা বাবে সিও গালি খাব লগা হয়। ধনীৰ দুলাল আলাসৰ লাডু হোৱা বাবে সি সিহঁতৰ লগত ঘৰ এৰি নাযায় বুলি জানিও বন্ধুত্বৰ টানত পৰি তিনিও বন্ধু শেষবাৰৰ বাবে তাক 'ভেট' কৰিবলৈ গৈছিল। ৰতনৰাম পিছে আৰু এখোপ চৰাহে ওলাল। সি কোনোপধ্যে সিহঁতক এৰি ঘৰত থাকিবলৈ মান্তি নহ'ল। অৱশেষত চাৰিও বন্ধু নিজৰ গাৰ অঙ্গ-প্ৰত্যঙ্গ নেদেখা ঘিটমিটিয়া অন্ধকাৰৰ মাজতে নিজৰ জন্মভূমিৰ পৰা বিদায় লৈ অনিশ্চিত দেশলৈ বুলি যাত্ৰা আৰম্ভ কৰিলে।

সাতদিন সাতৰাতি যোৱাৰ পিছত সিহঁত নিজ ৰাজ্যৰ সীমা পাৰ হ'ল। যাত্ৰাপথত এইবাৰ সিহঁতে এখন অটব্য অৰণ্য পালে। বাঘ, সিংহ, ভালুক, সৰীসৃপ আদিৰ পদেপদে ভয় ইয়াত বিৰাজমান। তদুপৰি দুৰ্ধৰ্ষ ডকাইত আছেই। তথাপিতো নিজৰ সিদ্ধান্তত অচল-অটল চাৰিও বন্ধু অতি সতৰ্কতাৰে বনৰ মাজেদি আগবাঢ়ি গৈ থাকিল।

এনেতে বেলি লহিয়ালে। পশ্চিম আকাশত সূৰ্য দেৱতাই বিচ্ছুৰিত কৰা সোণোৱালী কিৰণমালা অৰণ্যৰ পত্ৰ-পল্লৱৰ মাজেদি আহি সিহঁতৰ গাত পৰিছিল। বনৰ চৰাই-চিৰিকতিয়েও নিজৰ নিজৰ বাঁহলৈ ঘূৰি আহি সন্ধ্যাদেৱীৰ অৰ্চনাত সুললিত গীত জুৰিলে। ক্ৰমান্বয়ে ঘন-ঘোৰ অন্ধকাৰে অৰণ্যপথ তমসাচ্ছন্ন কৰি পেলালে। উপাই নাপাই চাৰিও বন্ধু এজোপা গছৰ তলতে ৰাত্ৰি যাপন কৰিবলৈ মন মেলে।

হাবিৰ আলু সিজাই খোৱাৰ পিছত সিহঁত শুবলৈ যো-জা কৰিলে। কিন্তু হিংস্ৰ বন্যজন্তু, সাপ আদিৰ পৰা ৰক্ষা পাবলৈ ৰাতি পালপাতি পহৰা দিয়াতো

সমীচীন হ'ব বুলি সিহঁতে থিৰাং কৰিলে। ৰাতিৰ প্ৰথম প্ৰহৰত বাঢ়ৈৰ পুতেক বঢ়িৰামে পহৰা দিবলৈ লয়। দপদপীয়াকৈ জুই একুৰা জ্বলাই হাতত দা লৈ সি পহৰা দি থাকোঁতে টোপনীয়ে তাক বাৰুকৈয়ে আমনি কৰিছিল। টোপনিৰ পৰা ৰক্ষা পাবলৈ সি তাৰ বেগত থকা বটালি পাত উলিয়াই কাঠ এডোখৰ চাচি-চুকুকি এজনী ধুনীয়া ছোৱালীৰ পুতলা সাজি উলিয়ালে। পহৰাৰ সময় উকলি যোৱাত সি শুবলৈ গ'ল আৰু দৰ্জীৰ পুতেক মৰ্জিৰামে পহৰা দিবলৈ ল'লে। কিছু সময়ৰ পিছত সি ওচৰতে পৰি থকা কাঠৰ পুতলাটো দেখা পালে। পুতলাটো নিখুঁত ধুনীয়া হোৱা বাবে তাৰ বৰ ভাল লাগিল। দৰ্জীৰ পুতেক হোৱা হেতুকে তাৰ মোনাত ধুনীয়া ধুনীয়া কাপোৰৰ টুকুৰা আছিল। সেইবোৰ উলিয়াই পুতলাটোক কাপোৰ পিন্ধাই সি চালে চকুৰোৱা কৰি পেলালে। এইবাৰ সোণাৰীৰ পুতেক চনাৰামৰ পহৰাৰ পাল পৰিল। জুইৰ কাষতে আটকধুনীয়া পুতলাটো দেখি সি পুলক অনুভৱ কৰিলে আৰু লগে লগে তাৰ মনত ভাব এটা খেলাই গ'ল। সি ভাবিলে যে সোণৰ অলংকাৰ পিন্ধালে পুতলাটো সাইলাখ ন-কন্যা যেন হে পৰিব। যেনে ভাব তেনে কাম। সি পুতলাটোৰ কাণত কাণফুলি, নাকত লুলুক, বাজুত বাজুবন্ধ, মূৰত সীতাপতি, ডিঙিত হাঁসলী, চন্দ্ৰহাৰ, জালমালা, টাকাগাথা; হাতত চুড়ি; ভৰিত পৈৰী, ভৰিৰ আঙুলিত ঝুটিয়া আদি অলঙ্কাৰ পৰিধান কৰাই এজনী দীপলিপ কন্যাৰূপে পুতলাটোক সজাই পেলালে।

অৱশেষত সদাগৰৰ পুতেক ৰতনৰামৰ পহৰা দিয়াৰ পাল পৰিল। শেষ প্ৰহৰ ৰাতিৰ থেৰেঙা লগা জাৰত পহৰা দিয়া তাৰ বাবে অতিকৈ কষ্টদায়ক আছিল। তাতে ধনীৰ দুলাল হোৱা বাবে এলেহুৱা আৰু কামত ফাকি দিয়া স্বভাৱ তাৰ আছিলেই। সেয়ে পহৰা এৰি কোনেও নজনাকৈ অলপমান শুই ল'বলৈ যো-জা কৰোঁতেই সি আটকধুনীয়া পুতলাটো দেখা পালে। পুতলাটোৰ প্ৰতি সি বৰকৈ আকৰ্ষণ অনুভৱ কৰিলে। ল'ৰালৰিকৈ পুতলাটো হাতত তুলি সি ভাবিবলৈ ধৰিলে। "কাঠৰ পুতলাটো বঢ়িৰামে সাজিলে, কাপোৰ-কানি মৰ্জিৰামে পিন্ধালে আৰু চনাৰামে সোণৰ আ-অলংকাৰ পিন্ধালে। মোৰ বাবে কৰিবলৈচোন সিহঁতে একোকে বাকী নাৰাখিলে। সি অনেক ভবা-চিন্তা কৰাৰ পিছতো পুতলাটো কিদৰে সজাব একো থিৰাং কৰিব নোৱাৰি 'কামিজৰ' জেপত হাত ভৰাওঁতেই সেন্দুৰৰ পুৰীয়া এটা পালে। আগ-গুৰি একো নভবাকৈয়ে সি সেন্দুৰৰ পুৰীয়াটো জেপৰ পৰা উলিয়াই ন-কন্যাৰ সৰ্বশেষ আভূষণ শিৰৰ সেন্দুৰ আৰু কপালৰ ফোঁটকণ আঁকি দিয়ে। সাইলাখ ন-কন্যা যেন হৈ পৰা পুতলাটো দেখি সি বৰ ৰোমাঞ্চিত হ'ল। অতি সযতনে পুতলাটো থৈ এলেহুৱা



ৰতনৰাম শুই পৰিল।

ৰাতিপুৱা চাৰিওজন বন্ধু একেলগে সাৰ পাই বিচনাৰ পৰা উঠিল। আঠো অঙ্গত আভূষণ পৰিধিত শিৰত সেন্দুৰ আৰু ওৰণিৰে এগৰাকী জীৱন্ত অপৰূপ কন্যা বহি থকা সিহঁতে দেখা পালে। তাইৰ ৰূপত আটাইকেইজন মোহিত হ'ল আৰু প্ৰত্যেকেই তাইক বিয়া পাতিবলৈ ইচ্ছা প্ৰকাশ কৰিলে। ফলত চাৰিও বন্ধুৰ মাজত বাদনুবাদৰ সৃষ্টি হয়। প্ৰত্যেকেই ছোৱালীজনীক পাবৰ বাবে নিজৰ নিজৰ যুক্তি প্ৰদৰ্শন কৰিলে।

বঢ়িৰামে কলে— সৰ্বপ্ৰথমে বটালিৰে চাঁচি-চুকুকি পুতলাটো মইহে সাজি উলিয়াইছিলো। গতিকে কন্যাজনীক বিয়া কৰোৱাৰ আধিকাৰ মোৰহে।"

মৰ্জিৰাম কলে— "হ'বই নোৱাৰে। মইহে তাইক বিয়া কৰোৱাৰ দাবীদাৰ। গিৰিয়েকেহে ঘৈনীয়েকক কাপোৰ-কানি পিন্ধায়। এইটো আমাৰ ভাৰতীয় পৰম্পৰা। যিহেতু ছোৱালী জনীক মইহে কাপোৰ পিন্ধাইছিলো, গতিকে তাইক একমাত্ৰ ময়েই বিয়া কৰাব পাৰিম।"

চনাৰামে কলে, — "তোমালোক দুয়ো মিছাকৈয়ে তৰ্ক কৰি মৰিছা। বিয়াৰ আগতে দৰাইহে কন্যাক আ-অলঙ্কাৰ পিন্ধায়। মইহে পুতলাটোক আ-অলঙ্কাৰ পিন্ধাইছিলো। গতিকে আমাৰ ৰীতি অনুযায়ী তাইক বিয়া কৰোৱাৰ প্ৰকৃত অধিকাৰী মোৰ বাহিৰে আন কোনোৱেই হব নোৱাৰে।"

ৰতনৰামে কলে, —"বন্ধুহঁত মই তহতৰ প্ৰত্যেককে সমানেই ভাল পাওঁ। আনহাতে ইমান ধুনীয়া ছোৱালীজনী মোৰ ভাল লাগিছে আৰু বিয়া কৰাবলৈ মন গৈছে। পিছে আমাৰ মাজত কাজিয়া-পেচাল কৰি লাভ নাই। এজন বিচাৰক আনি আমাৰ চাৰিওজনৰ ভিতৰত ছোৱালীজনী বিয়া কৰোৱাৰ প্ৰকৃত অধিকাৰ কাৰ আছে সেইটো ঠাৱৰ কৰাব লাগিব।"

ইতিমধ্যে সূৰ্য উদয় হ'ল আৰু পুৱতিৰ সুৰুযৰ সোণোৱালী ৰশ্মিৰ আভা লতা-গুল্মৰ মাজেৰে আহি ন-কন্যাৰ গালে-মুখে পৰিলহি। সেই আভাৰ পোহৰত ৰত্ন খচিত ন-কন্যাৰ ৰূপ আৰুহে চৰিল। কিন্তু কোনো এজনেই ন-কন্যাৰ দাবী প্ৰত্যাহাৰ নকৰাত সমস্যাই জটিল ৰূপ ধাৰণ কৰিলে। এনে সময়তে দৈৱ-দুৰ্বিপাকত এজন সন্ন্যাসী আহি সেইখিনি পালেহি। কোনেনো ছোৱালীজনী বিবাহ কৰাব পাৰিব তাৰ বিচাৰ কৰি দিবলৈ সিহঁতে সন্ন্যাসীৰ ওপৰতে ভাৰ অৰ্পণ কৰিলে।

সন্ন্যাসীয়ে সিহঁতৰ অনুৰোধ ৰক্ষা কৰি বিচাৰ কৰিবলৈ সন্মতি প্ৰকাশ কৰিলে। প্ৰত্যেকৰে যুক্তি শুনাৰ পিছত তেওঁ ক'লে যে পুতলাটো যিজনে নিৰ্মাণ কৰিব তেওঁ হ'ল সৃষ্টিকৰ্তা। অৰ্থাৎ পুতলাটোৰ পিতৃ স্বৰূপ। কাজেই পিতৃ হিচাপে বঢ়িবামে নিজৰে কন্যা সন্তানক কেতিয়াও বিয়া কৰাব নোৱাৰিব। সেইদৰে পুতলাটোক বস্ত্ৰ-আভূষণ আৰু আ-অলঙ্কাৰ প্ৰদান কৰি দুজনেও কন্যাৰ ককায়েকৰ ভূমিকাহে পালন কৰিলে। কিয়নো ভনীয়েকৰ বিয়াত ককায়েকহঁতেই এইবিলাক বস্তুৰ যোগান ধৰে। এনে ক্ষেত্ৰত মৰ্জিৰাম আৰু চন্দ্ৰাবামেও ন-কন্যাক বিবাহ কৰাব নোৱাৰে।

শেষত বাকী থকা ৰতনৰামৰ ফালে চাই সন্ন্যাসীজনে মিচিকিয়া হাঁহি মাৰি ক'লে। "বোপা! ছোৱালীজনীৰ আচল মালিক তুমিহে। কিয়নো আমাৰ হিন্দু ধৰ্ম্মৰ পৰম্পৰা অনুযায়ী একমাত্ৰ স্বামীয়েহে নিজৰ ভাৰ্যাৰ শিৰত সেন্দুৰ পিন্ধাই আৰু সেইফেৰা-কাম তুমিহে কৰিছিলা। গতিকে ছোৱালীজনীক বিবাহ কৰোৱাৰ দাবীদাৰ বিধি অনুযায়ী কেৱল তুমিহে, আন কোনো নহয়।

সন্ন্যাসীৰ যুক্তিপূৰ্ণ কথাত সকলোৱে সন্তুষ্ট লভিলে আৰু অতি ধুমধামেৰে ৰতনৰামৰ লগতে ছোৱালীজনীৰ বিবাহকাৰ্য সম্পন্ন কৰা হ'ল।





# খুচুৰ খুচুৰ খান্দ ভায়া

এসময়ৰ কথা। কোনো এখন গাওঁৰ পিতৃ-মাতৃহীন এজন যুবক আছিল। মৰিবৰ সময়ত পিতৃ-মাতৃ উভয়েই তাক গুৰুঘৰত থাকি শিক্ষা লাভ কৰিবলৈ উপদেশ দিছিল। গুৰুজনৰ সেই উপদেশ শিৰোধাৰ্য কৰি সি এজন গুৰুৰ কাষ চাপিল। কিন্তু প্ৰকৃততে সেইজন এজন প্ৰবঞ্চকহে আছিল। এবিঘা মাটিৰ বিনিময়ত এমাহ কাল তেওঁৰ গৃহত ৰাখি শিক্ষা দিবলৈ প্ৰবঞ্চক গুৰুজন মান্তি হ'ল। পৈত্ৰিক সম্পত্তিৰ চাৰি বিঘাৰ এবিঘা মাটি গুৰুক সম্প্ৰদান কৰি ডেকাজন গুৰু গৃহলৈ গ'ল। এবছৰ কাল তেওঁ গুৰুৰ ঘৰত থাকিল। এই গোটেই বছৰটোৰ ভিতৰত গুৰুৱে তেওঁক মাত্ৰ এটাহে বীজ মন্ত্ৰ শিকালে। মন্ত্ৰটো হ'ল-

(১) খুচুৰ খুচুৰ খান্দ ভায়া

খুচুৰ খুচুৰ খান্দ।

আচলতে এইমন্ত্ৰটো কোনো মন্ত্ৰই নহয় আৰু কোনো ক্ষেত্ৰতেই ডেকাজনক সহায়ো কৰিব নোৱাৰিব। কিন্তু ডেকাজন আছিল এটা "মস্ত ভদাৰাম" সেয়ে সেই অদৰকাৰী মন্ত্ৰটো শিকি সি ঘৰলৈ ঘুৰি আহিল । কিন্তু মন্ত্ৰটো তাৰ কোনো কামত নহা দেখি সি পুনৰাই গুৰুগৃহ পালেগৈ। আকৌ এবিঘা মাটি গুৰুদান হিচাপে দি সি আৰু এবছৰ গুৰুগৃহত থাকি শিক্ষা গ্ৰহণ কৰিবলৈ ধৰিলে। এইবাৰ তাক গুৰুৱে আন এটা বীজমন্ত্ৰ শিকালে। মন্ত্ৰটো এনেধৰণৰ ঃ

(২) কল তলে মলঃ ভায়া

কল তলে মলঃ।

এবছৰ ধৰি গুৰুগৃহত সি এই মন্ত্ৰটোকে মুখস্থ কৰিব লগা হ'ল। বছৰ পূৰ্ণ হোৱাত গুৰুৱে তাক ঘৰলৈ পঠিয়াই দিলে। মন্ত্ৰ দুয়োটা অনৱৰতে আওঁৰাই

থাকিবলৈকো উপদেশ দি পঠালে।

সি বৰ আনন্দ মনেৰে ঘৰলৈ আহিল আৰু গুৰুৰ উপদেশ মতে অনবৰতে মন্ত্ৰ দুফাঁকি আওঁৰাই ফুৰিবলৈ ধৰিলে। কিছুদিন অতিবাহিত হ'ল। পিছে ডেকাৰ হ'লে একো লাভ নহ'ল। মাত্ৰ বাপতি সম্পত্তিৰ দুবিঘা মাটিহে সি হেৰুৱাব লগাত পৰিল। সেয়ে সি বহুতো ভবা-চিন্তা কৰাৰ পিছত আকৌ এবাৰ গুৰুৰ ঘৰলৈ যাবলৈ থিৰাং কৰিলে।

গুৰুগৃহলৈ গৈ সি পুনৰবাৰ গুৰুক মাটি এবিঘা দিব লগা হ'ল। এইবাৰ গুৰুৱে তেওঁক তলত দিয়া মন্ত্ৰটি আওঁৰাবলৈ শিকালে। মন্ত্ৰটি এনেধৰণৰ ঃ

(৩) কচু তৰে মচু ভায়া

কচু তৰে মচু।

তিনিবছৰৰ ভিতৰত মাত্ৰ তিনিটা মন্ত্ৰ শিকি আহি সি পুৱা-গধূলি, দিনে-ৰাতিয়ে মন্ত্ৰ কেইফাঁকি আওঁৰাবলৈ ধৰিলে। কিন্তু গুৰুৱে কোৱাৰ দৰে সি ধনী হ'ব নোৱাৰিলে। আনকি সি ভাল মানুহো হ'ব নোৱাৰিলে। কিয়নো সেই কেইফাঁকি মন্ত্ৰৰ দ্বাৰা তাৰ নিজৰ জীৱনতো একো লাভ নহ'ল আৰু ওচৰ-চুবুৰিয়াৰো একো লাভ নহ'ল। তাৰ নিজকে ধিক্কাৰ দিবলৈ মন গ'ল আৰু মৃত বাপেক-মাকে তাক গুৰুঘৰত থাকি শিক্ষা ল'বলৈ দিয়া ভুল উপদেশৰ বাবে তেওঁলোকৰো নিন্দাবাদ কৰিলে।

শেষত একো উপাই-অন্তৰ নেদেখি বোপাইৰ দিনৰ শেষ সম্বল হিচাপে থকা মাটি বিঘা দি সি গুৰুৰ ওচৰত পুনৰ শিক্ষা ল'বলৈ ধৰিলে। সাষ্টাঙ্গে প্ৰণাম জনাই সি গুৰুৰ চৰণত নিবেদন জনালে– "গুৰুদেৱ! মই ইতিমধ্যে গ্ৰহণ কৰা শিক্ষাৰে মোৰ ব্যক্তিগত কোনো লাভ নহ'ল আৰু ওচৰ-চুবুৰিয়াকো একো সহায় কৰিব নোৱাৰিলো। গতিকে এইবাৰ মোক এনে শিক্ষা দিয়ক যাৰ দ্বাৰা মই আৰু মোৰ প্ৰতিবেশীসকল যাতে লাভৱান হ'ব পাৰিব। মই পৈত্ৰিক সম্পত্তিৰ আটাইখিনি মাটিয়েই আপোনাক দান কৰিলো। মোৰ আৰু আন কোনো সম্পত্তি নাই। গতিকে ইয়াৰ পিছত গুৰুদক্ষিণা দিবলৈ মোৰ হাতত একোটোৱেই নাই। সেয়ে মই শেষবাৰৰ বাবে আপোনাৰ ওচৰত শিক্ষা গ্ৰহণ কৰিবলৈ আহিছোঁ।"

ঠগ-প্ৰৱঞ্চনাৰে চাৰি বিঘাকৈ মাটি হাত কৰি লোৱা ভণ্ড গুৰুজনে মিচিকিয়া হাঁহি মাৰি তাক ক'লে– "বোপাই! তুমি একো চিন্তা নকৰিবা। ঈশ্বৰে



তোমাক নিশ্চয় চকু মেলি চাব। এদিন নহয় এদিন তুমি ধনী হ'বাই। তুমি মাত্ৰ মোৰ পৰা লাভ কৰা মন্ত্ৰ কেইফাঁকি পাহৰি নাযাবা।"

শেষৰ বছৰ গুৰুৱে তাক তলত দিয়া মন্ত্ৰ ফাঁকি শিকালে।

(৪) আলি আলি দৌৰ ভায়া

আলি আলি দৌৰ।

এবছৰ কাল কটাই মন্ত্ৰ শিকি সি বৰ উলাহেৰে আহি নিজৰ ঘৰ পালেহি। সি দিনে-ৰাতিয়ে ভগবানৰ নাম জপ কৰাৰ দৰে চাৰিওটা মন্ত্ৰ আওঁৰাবলৈ ধৰিলে। এইদৰে এদিন-দুদিনকৈ ছমাহমান পাৰ হৈ গ'ল। পিছে গুৰুৱে শিকাই পঠিওৱা মন্ত্ৰৰ দ্বাৰাই সি কোনোমতেই ধন ঘটিব নোৱাৰিলে। অৱশেষত গুৰুৰ বিৰুদ্ধে গোচৰ দিবলৈ সি ৰাজদৰবাৰলৈ যাত্ৰা কৰিলে। ঘৰৰ পৰা ৰাজধানী চহৰ বহু দূৰ হোৱা বাবে আধা বাটতে তাৰ আন্ধাৰ হৈ গ'ল। তথাপিতো সি থমকি নৰ'ল। আন্ধাৰ ফালি গৈ থাকোঁতে সি অভ্যাসবশতঃ গুৰুৱে শিকোৱা প্ৰথম মন্ত্ৰটো উচ্চাৰণ কৰি গৈ আছিল। মহামন্ত্ৰীৰ ঘৰৰ ওচৰতে সি অকণমান জিৰাবলৈ ঠিক কৰিলে। সেইখিনি সময়তে চাৰিজন চোৰে মহামন্ত্ৰীৰ ঘৰত চোৰ কৰাৰ উদ্দেশ্যৰে সিন্ধি খন্দাত ব্যস্ত আছিল। মাটি খুচৰি খুচৰি খন্দা চোৰকেইটাও "খুচুৰ খুচুৰ খান্দ ভায়া, খুচুৰ খুচুৰ খান্দা", গানটো শুনাৰ লগে লগে সিন্ধি খান্দিবলৈ এৰি দিলে আৰু বাৰে বাৰে একেটা গানকে গাই থকা দেখি চোৰকেইটাই বৰ ভয় খাই সিন্ধি দিবলৈ এৰি কলগছৰ তলত লুকালেগৈ।

কিন্তু ক্ষন্তেক পিছতে আমাৰ ডেকাই দ্বিতীয় মন্ত্ৰ ফাঁকি চিঞৰি চিঞৰি গাবলৈ ধৰিলে–

– "কল তলে মল ভায়া

"কলতলে মলঃ"– এই গীত ফাঁকিশুনাৰ লগে লগে চোৰবোৰে কলগছৰ তলত লুকাই থকা কথাটো সি গম পাইছে বুলি ধৰি ল'লে আৰু ধৰা পৰাৰ ভয়ত সিহঁত তাৰ পৰা ওলাই কচুবনিত সোমাই আশ্ৰয় ল'লেগৈ।

এনেতে আমাৰ ভোদাৰামে তৃতীয় মন্ত্ৰ ফাঁকি "কচু তলে মচু ভায়া; কচু তলে মচু।" গাবলৈ ধৰিলে। চোৰকেইটাই ভাবিলে যে এই মানুহজন সৰ্বজ্ঞান। "আমি য'তে লুকাও এই মানুহটোৱে কৈ দিব পাৰে।" গতিকে ইয়াৰ পৰা নিস্তাৰ পাবলৈ হ'লে পলাই সৰাৰ বাহিৰে আন উপাই নাই বুলি ভাবি সিহঁত বাটলৈ ওলাই আহি দৌৰিবলৈ ধৰিলে।

সিহঁতক দৌৰা দেখি ৰজাঘৰীয়া মানুহে খেদিছে বুলি ভাবি আমাৰ ডেকায়ো চতুৰ্থ মন্ত্ৰ ফাঁকি আওঁবাই চোৰৰ পিছে পিছে দৌৰিবলৈ ধৰিলে।

"আলি আলি দৌৰ ভায়া; আলি আলি দৌৰঃ" বুলি চিঞৰ-বাখৰ শুনি চহৰৰ চন্তৰীবোৰ ওলাই আহিল আৰু সিহঁতে আটাইকেইজন চোৰকে কৰায়ত্ত কৰিলে।

বহুতো মানুহৰ ঘৰত চোৰ কৰি পুলিচৰ হাতত ধৰা নপৰা দাগী চোৰকেইজন ধৰা পৰাত সেই দেশৰ ৰজাই বৰ আনন্দ পালে আৰু প্ৰজাবৰ্গয়ো বৰ সকাহ পালে। চোৰবোৰ ধৰা পৰাৰ মূলতে ভোদাৰাম বুলি জানিব পাৰি ৰজাই তেওঁক ৰাজসভালৈ মতাই নিয়ে। ৰজাক আৰু ৰাইজক সহায় কৰা বাবে ৰজাই নগদ ধন পুৰস্কাৰ হিচাপে দিয়াৰ উপৰি দহখন গাঁৱৰ ওপৰত ভোদাৰামক জমিদাৰ পাতি দিয়ে। তেতিয়াৰ পৰাই দুখীয়া-নিছলা ভোদাৰাম জমিদাৰ বাবু হিচাপে জনাজাত হৈ পৰিল।





# মৎস্য কুমাৰ

এখন ৰাজ্যত এজন বৰ প্ৰবল প্ৰতাপী ৰজাই ৰাজত্ব কৰিছিল। ৰজাৰ সাতগৰাকী ৰাণী আছিল। পিছে সকলো থাকিও ৰজাৰ মনত শান্তি নাছিল। যিহেতু তেওঁৰ কোনো সতি-সন্ততি নাছিল।

ৰাজধানী চৌহদৰ ভিতৰতে ৰজাৰ এটা সাগৰ সদৃশ প্ৰকাণ্ড পুখুৰী আছিল। বগা আৰু ৰঙা পদুম ফুল ফুলি গোটেই পুখুৰীটো জাতিষ্কাৰ কৰি তুলিছিল। নিঃসন্তান ৰজাই মনৰ দুখ পাতলাবৰ বাবে সদায়ে পুৰা ভাগৰ সময়খিনি পুখুৰীৰ পাৰতে বহি কটাইছিল। পুখুৰীত নানা ধৰণৰ মাছ আছিল। তাৰ ভিতৰত এটা প্ৰকাণ্ড শ'ল মাছক ৰজাই বৰ মৰম কৰিছিল। সেই মাছটোক ৰজাই নিজহাতে দানা খুৱাইছিল।

দৈব্যক্ৰমে সেই প্ৰকাণ্ড মাছটোৰ এটা ল'ৰা সন্তান জন্ম হ'ল। পানীৰ ভিতৰত মানুহৰ সন্তান কেতিয়াও জীয়াই থাকিব নোৱাৰে। সেয়ে মাছটো বৰ আহুকলীয়া অৱস্থাত পৰিল। অৱশেষত ৰজাই তুলি-তালি ডাঙৰ-দীঘল কৰিব পাৰে বুলি ভাবি মাছটোৱে সেই শিশু সন্তানটোক পুখুৰীৰ পাৰত তুলি থৈ গ'ল।

সদাই অহাৰ দৰে পুখুৰীলৈ আহোঁতে ৰজাই অপূৰ্ব সুন্দৰ (মৎস গৰ্ভজাত) মনুষ্য-সন্তানটি দেখা পালে। ৰজাৰ ঔৰসত মৎস গৰ্ভত সেই সন্তান জন্ম হোৱা বুলি ৰজাই জানিব পাৰিলে। যি হওক সন্তানটি পাই ৰজাই অপাৰ আনন্দ লাভ কৰিলে।

ধাইমাতাৰ হাতত ৰজাই সন্তানটি সঁপি দিয়ে আৰু তাৰ লালন-পালনত যাতে অকণো ক্ৰটি নহয় তাৰ বাবে বিশেষভাৱে নজৰ দিবলৈ নিৰ্দেশ দিয়ে। দ্বিতীয়াৰ চন্দ্ৰমা বঢ়াৰ দৰে শিশুটিও বাঢ়িবলৈ ধৰিলে।

ৰাজলক্ষণযুক্ত সৰ্বাঙ্গসুন্দৰ দেৱশিশু স্বৰূপ ল'ৰাটোক ৰজাই প্ৰাণতকৈও অধিক ভাল পাইছিল। সেয়ে ৰাজদৰবাৰত থকা সময় ছোৱাৰ বাহিৰে বাকী সকলো সময়তে ৰজাই শিশুটোৰ লগতহে কটাইছিল। সাতজনী ৰাণীৰ প্ৰতি ৰজাৰ বাবে আহৰিয়েই নাছিল। ৰাণীসকলেলৈ ৰজাই দেখুওৱা অনীহা আৰু অন্যমনস্কতাৰ বাবে ৰাণীসকল ৰজাৰ প্ৰতি বিতুষ্ট হৈছিল। ক্ৰমাগতভাৱে বাঢ়ি অহা ৰজাৰ অৱহেলাই শিশুটিৰ প্ৰতি ৰাণীসকলৰ মনত বিৰাগ ভাব সঞ্চাৰিত কৰিছিল। অৱলীলাক্ৰমে এই ভাবটোৱেই পিছলৈ হিংসাত পৰিণত হ'লগৈ।

ৰজাক কিদৰে শিশুটিৰ পৰা আঁতৰাই আনিব পাৰি সেই বিষয়ে ৰাণীসকলৰ মাজত আলোচনা হ'বলৈ ধৰিলে। প্ৰতিহিংসাৰ জুইত দগ্ধ হৈ সিহঁতে ল'ৰাটোক মাৰি পেলাবলৈ আঁচনি কৰিলে। মাথো তেওঁলোক সুযোগৰ অপেক্ষাত বৈ থাকিল।

সুদীৰ্ঘ পাঁচটা বছৰ অতিক্ৰম কৰি যোৱাৰ পিছত ৰাণীসকলে দিনে-ৰাতিয়ে জ্বলি-পুৰি মৰা প্ৰতিহিংসা চৰিতাৰ্থ কৰিবলৈ এটি সুবৰ্ণ সুযোগ লাভ কৰিলে। সেইবাৰ ৰজাই সাত দিনৰ কাৰণে ল'ৰাটোক বৰ ৰাণীৰ 'জিম্মা'ত ৰাখি মৃগয়া কৰিবলৈ গৈছিল।

ৰজাৰ অনুপস্থিতিত ওপজা সুবিধা ৰাণীসকলে গ্ৰহণ কৰাত অকণো পলম নকৰিলে। বিশেষ কটোৱাল দুজনৰ হাতত সপি দি ল'ৰাটোক প্ৰাণে মাৰিবলৈ ৰাণীসকলে নিৰ্দেশ দিলে।

কটোৱাল দুজনে ল'ৰাটোক কাটিবৰ বাবে সেই ৰাজ্যৰ সীমা পাৰ কৰি এখন অটব্য হাবিলৈ লৈ গ'ল। গোপনীয়তা ৰক্ষাৰ বাবেই তেওঁলোকে এই ব্যৱস্থা লৈছিল।

কটোৱালৰ হাতত প্ৰাণটো দিব লাগিব বুলি জানি ল'ৰাটোৱে ভয়ত থকথককৈ কঁপিছিল। তথাপিতো শেষ চেষ্টা এটা কৰি চাবলৈ সি কটোৱাল দুজনক অনুৰোধ কৰি ক'লে যে যদিহে তাক নাকাটে তেতিয়াহ'লে তাৰ লগত থকা টকা চল্লিশটা সিহঁতক দিব। এটকা দি সিহঁতে ছাগলী এটা কিনি তাকে কাটি তাৰ তেজেৰে নিজৰ নিজৰ তৰোৱাল দুখন বোলাই ৰাণীসকলক দেখুৱাব। বাকী টকাকিটা নিজৰ মাজত ভাগ কৰি ল'ব আৰু ছাগলীটোৰ মাংসখিনি সিহঁতে খাবও পাৰিব।

ধুনীয়া আৰু অমায়িক ল'ৰাজনক কাটিবলৈ কটোৱাল দুজনৰো সত নগ'ল। নিজৰ ৰাজ্যলৈ যাতে ঘূৰি নেযায় সেই প্ৰতিশ্ৰুতি সিহঁতে ল'ৰাটোৰ



পৰা আদায় কৰি আৰু তাৰ পৰা টকা চল্লিশটা লৈ ল'ৰাটোক সেই অগম্য বনৰ মাজতে এৰি দিলে।

কটোৱাল দুজনে বাটতে এটা ডাঙৰ খাহী ছাগলী কিনিলে। সেইটো কাটি প্ৰথমতে সিহঁতে নিজৰ তৰোৱাল দুখনত তেজ লগালে। তাৰ পিছত ছাগলীৰ মাংসৰ সিহঁতে উদৰ পুৰাই ভুৰি ভোজন কৰিলে।

কটোৱাল দুয়োজন নিজৰ ৰাজ্য পাই তেজৰ টেঁকুৰা লগা তৰোৱাল দুখন ৰাণীসকলক দেখুওৱাত বাটৰ কাঁইট চিৰ দিনৰ বাবে আঁতৰ হোৱা বুলি ভাবি সিহঁত বৰ সুখী হ'ল। আনন্দতে কটোৱাল দুজনক সিহঁতে নানান উপঢৌকন দি বিদায় দিলে।

ইপিনে অটব্য অৰণ্যত পদে পদে প্ৰাণৰ সংশয় যদিও নিজ ৰাজ্যলৈ ঘূৰি নাযাবৰ বাবে বচনবদ্ধ ল'ৰাটি হাবিৰ মাজৰ লুণ্ডলুণ্ডীয়া বাটটোৰেদি সন্মুখৰ ফালে আগবাঢ়ি গৈ থাকিল। অকণো জিৰণী নোলোৱাকৈ গোটেই দিন সি গৈয়েই থাকিল। ইতিমধ্যে বেলি পৰিল। ৰাতিৰ অন্ধকাৰে গোটেইখন বন ঢাকি পেলালে। সি আৰু বাট নেদেখা হ'ল। সেয়ে এজোপা গছৰ গুৰিতে সি বহি পৰিল। ৰাজসুখত ডাঙৰ-দীঘল হোৱা কণমানি শিশুটি জয়াল বনৰ মাজত কোন মুহূৰ্তত জন্তুৰ আক্ৰমণ অথবা সৰ্পৰ দংশনত প্ৰাণ বিসৰ্জন দিব লাগিব সেইকথা ভাবি তাৰ পেটতে হাত-ভৰি লুকাল। কিন্তু দুখে-ভাগৰে জৰ্জৰিত হোৱা বাবে সি বেছিপৰ চিন্তা কৰিব নোৱাৰিলে। গছ এজোপাৰ কাষতে সি ঢলি পৰি টোপনিৰ কোলাত আশ্ৰয় ল'লে।

ৰাতিপুৱা শুই উঠি ল'ৰাটোৱে নিজকে এটা ৰাজ-প্ৰাসাদোপম বৃহৎ অট্টালিকাৰ ভিতৰত পালে। ৰাজপ্ৰসাদৰ চাৰিওফালে সি ল'ৰা-ঢপৰাকৈ চাই ফুৰিলে। শুৱনি কোঠাত নানা ধৰণৰ আচবাব-পত্ৰ, পিন্ধিবলৈ ৰাজকীয় পোছাক-পৰিচ্ছদ,খাবলৈ ঘিউ-মৌ, দধি-দুগ্ধ, নানা প্ৰকাৰৰ মিষ্টান্নৰে বিধে বিধে খাদ্য সম্ভাৰ সজাই থোৱা দেখিবলৈ পালে। এইবিলাক পাই তাৰ আনন্দ লাগিল। প্ৰথমতে সি নানা সুস্বাদু খাদ্য খাই পেটৰ ভোক গুচালে। তাৰ পিছত পালেঙত শুই চিন্তা কৰিবলৈ ধৰিলে। পিছে কেনেকৈ ৰাতিটোৰ ভিতৰতে বনৰ মাজত ইমান প্ৰকাণ্ড ৰাজ অট্টালিকাৰ আৱিৰ্ভাৱ হ'ল আৰু কেনেকৈ ইমানবোৰ প্ৰয়োজনীয় দ্ৰব্য-সম্ভাৰ আৰু খাদ্যবস্তু তালৈ আহিল সি একোকে টলকিব নোৱাৰিলে।

খোৱা-বোৱা, থকা-মেলাৰ সকলো ধৰণৰ সা-সুবিধাৰ মাজত সেই

অট্টালিকাতে ল'ৰাটোৱে দিন অতিবাহিত কৰিবলৈ ধৰিলে। পিছে চিনাকি মানুহবোৰ নিজৰ দেশ আৰু বাপেকক হেৰুবাৰ দুখত ল'ৰাটোৰ মন নিৰানন্দৰে ভৰি পৰিল।

ক্ৰমে গ্ৰীষ্মকাল আহিল। গ্ৰীষ্মকালে মেলানি মগাৰ পিছত শৰতকাল আহিল। মৃদু মলয়া পৱন, পক্ষীগণৰ সুললিত মাত আৰু কাঁশী (কহুঁৱা) ফুলে ঋতুৰ ৰাণী শৰত সুন্দৰীৰ আগমন আৰু সেই উপলক্ষে উদ্‌যাপন কৰা কৰম পৰবৰ কথা তাৰ মনত পৰিল। ইয়াৰ পিছত শীতকাল আহিল। শীতৰ অন্তত বসন্ত ঋতুৱে ধৰাধাম জাতিষ্কাৰ কৰি তুলিলে। বন-বীথিকাৰ চালে চকু ৰোৱা ন-ৰূপ, পক্ষীৰ মধুৰ কলৰৱ আৰু বসন্তৰ পচোৱা বতাহে সমগ্ৰ বনখনকে মুখৰিত কৰিলে। কিন্তু ইমানবোৰ পৰিৱৰ্তন হোৱা সত্বেও ল'ৰাটোৰ মনৰ পৰা নিৰানন্দ আঁতৰ নহ'ল। সি সদায়ে মন মাৰি আমন-জিমনকৈ বহি থাকে আৰু নিজৰ বিষাদৰ ৰাগিনী গীতৰ মাজেৰে প্ৰকাশ কৰে। সি সদায়ে গোৱা গীতটি হ'ল—

জলে জন্‌মিলি ভাই

নগৰে বাঢ়িলি গ'।

সাতঃ ৰাণীৰ খাতিৰ ভাই

বনে বাসা লিলি গ'।।

এনেকৈয়ে জাৰ, জহ, শীত আৰু বসন্ত কেবাবাৰো তাৰ মূৰৰ ওপৰেদি পাৰ হৈ গ'ল। বাপেকে বিচাৰি আহি তাক পুনৰ ঘৰলৈ লৈ যাব, সেই আশা ক্ৰমান্বয়ে তাৰ অন্তৰৰ পৰা নোহোৱা হৈ আহিল।

ইফালে প্ৰাণ সমান পুত্ৰক হেৰুৱাই ৰজাৰ মন পুনৰ অশান্তিৰে ভৰি পৰিল। চাৰিওফালে দেশে-বিদেশে চোৰাংচোৱা পঠায়ো ৰজাই ল'ৰাটোৰ কোনো সন্তেদ নাপালে। অৱশেষত ল'ৰাটো বিচাৰি পোৱাৰ সকলো আশা ৰজাই পৰিত্যাগ কৰিলে।

সেইৰাজ্যত এজন ব্ৰাহ্মণ আছিল। অতিপাত এলেহুৱা স্বভাৱৰ হোৱা বাবে তেওঁ বৰ দুখীয়া হৈ পৰিছিল। দুবেলা দুমুঠি অন্ন যোগাৰ কৰিব নোৱৰা হেতুকে সি উঠোঁতে-বহোঁতে সকলো সময়তে ঘৈণীয়েকৰ দ্বাৰা তিৰস্কৃত হৈছিল। এলাহৰ বাবে এদিন মাগিবলৈ নোযোৱাত বামুণীৰ চৌকাত জুয়েই নজ্বলিল। ফলত বামুণীয়ে তেওঁক উধাই-মুধাই গালি পৰাৰ লগতে কাপুৰুষ



বুলিও অভিহিত কৰিলে।

দুখীয়া-নিছলা হ'লেও ব্ৰাহ্মণজনৰ আত্মসন্মানবোধ আছিল। সেয়ে তেওঁ প্ৰচুৰ পৰিমাণে ধন-সোণ ঘটিব নোৱৰালৈকে ঘৰলৈ ঘূৰি নাহোঁ বুলি প্ৰতিজ্ঞা কৰি ঘৰৰ পৰা ওলাই যায়। তেওঁ গৈ গৈ নিজ ৰাজ্যৰ সীমা পাৰ হৈ যায়। তাৰ পিছত এখন অটব্য অৰণ্যত প্ৰৱেশ কৰে। গভীৰ অৰণ্যৰ ভিতৰত এটা সুমধুৰ কণ্ঠ সঙ্গীত শুনিবলৈ পোৱাত তেওঁ বৰ আচৰিত হয়। সঙ্গীতৰ পমখেদি ব্ৰাহ্মণজন গৈ এটা অট্টালিকা পায়গৈ। সু-সজ্জিত অট্টালিকাত প্ৰৱেশ কৰি তাৰ ঐশ্বৰ্য-বিভূতি দেখি তেওঁ তবধ মানিলে। প্ৰাসাদৰ পিছফালে প্ৰশস্ত বাৰান্দাৰ এটা চুকত বহি এজন বালকে আত্মবিভোৰ হৈ দুখপূৰ্ণ গান গাই থকা দেখি তেওঁ আৰু আচৰিত হ'ল।

ব্ৰাহ্মণজনে বালকক প্ৰশ্ন কৰিলে— "বোপাই' ইমানবোৰ ঐশ্বৰ্য-সম্পত্তি,খাদ্য-সম্ভাৰ, বস্ত্ৰ-অলঙ্কাৰ থকা সত্বেও তুমিনো কিয় বেজাৰ কৰি আছা?"

বালকে ক'লে— মহাশয়! মোৰ সকলো থাকিও একো নাই। যিহওক ঈশ্বৰৰ পৰম কৰুণাৰ বাবেহে আপুনি এই পাণ্ডববৰ্জিত গহীন বনলৈ আহিছে। আপুনি দয়া কৰি কেইদিনমান থাকি মোৰ আতিথ্য গ্ৰহণ কৰি গ'লে মই পৰম কৃতাৰ্থ মানিম।"

এইখিনি কথাৰ বাহিৰে ব্ৰাহ্মণে অনেক প্ৰশ্ন কৰিও বালকৰ পৰা একোকে সম্ভেদ উলিয়াব নোৱাৰিলে। বালকনো কাৰ ল'ৰা হয়, কি কাৰণে অকলে এই অটব্য অৰণ্যত আছে, এই অট্টালিকাটো কোনে সাজিলে, ৰাজকাৰেঙত থকা প্ৰাচুৰ্যখিনি ক'ৰ পৰা আহে ইত্যাদি কথাৰ তেওঁ কোনো সদুত্তৰ বিচাৰি নেপালে।

যি কি নহওক ব্ৰাহ্মণজন এসপ্তাহ যাৱৎ বালকৰ অতিথি হৈ মহাসুখত থাকিল। জীৱনত কেতিয়াও নোখোৱা খাদ্য আৰু মিঠাই খাবলৈ পালে। তেওঁৰ এইকেইদিন স্বৰ্গত থকা যেনহে লাগিল।

গোটেই জীৱন তাতেই থাকিবলৈ মন গৈছিল যদিও দাৰিদ্ৰপীড়িত ব্ৰাহ্মণী আৰু ল'ৰা-ছোৱালীকেইটাৰ কথা মনত পেলাই ব্ৰাহ্মণে ঘৰলৈ আহিবলৈ মন মেলিলে। বালকে এটা ঘোঁৰাই বলে পাৰে মানে ধন-সোণ, বস্ত্ৰ-আভূষণ আৰু খাদ্যসম্ভাৰ 'সিধা' হিচাপে দি ব্ৰাহ্মণক বিদাই দিয়ে।

গৌৰৱত বুকু ফিন্দাই নিজৰ পৌৰুষত্ব জাহিৰ কৰি ব্ৰাহ্মণে ঘোঁৰাত বোজাই কৰি অনা সকলো বস্তু বামুণীক দিয়ে। খাবলৈ নোপোৱা ভিকহু বামুণীয়ে অতবোৰ বস্তু একেলগে পাই আনন্দত আত্মহাৰা হয়। আনকি ওচৰ-চুবুৰিয়াও ব্ৰাহ্মণ-ব্ৰাহ্মণীৰ সৌভাগ্য দেখি তবধ মানিলে। সেই দিনাৰ পৰাই ব্ৰাহ্মণৰ লাওলোৱা অৱস্থাৰ পৰিসমাপ্তি ঘটিল।

ব্ৰাহ্মণে বিদেশৰ পৰা অপাৰ ধন-সোণ লৈ অহাৰ খবৰটো অহুকাণে-পহুকাণে গৈ ৰজাৰ কাণতো পৰিলগৈ। কথা শুনি ৰজাও আচৰিত হ'ল আৰু ক'ৰ পৰানো ইমানবোৰ বস্তু পালে, ক'তনো ইমান উদাৰমনা ৰজা আছে আৰু তেওঁনো কোন-- এইবোৰ কথাৰ সম্ভেদ জানিবলৈ ৰজাই ব্ৰাহ্মণক কটোৱাল পঠাই ধৰাই নিয়ালে।

মাজে মাজে গৈ ধন-সোণ অনাৰ আশাৰে বামুণে গুপুত ৰহস্যৰ ভেদ ভাঙিব খোজা নাছিল যদিও কটোৱালৰ চাবুক খোৱাৰ পিছত ৰজাৰ আগত তেওঁ সকলো কথা প্ৰকাশ কৰি দিলে।

কথাখিনি শুনাৰ পিছত আৰু বিশেষকৈ বালকে পুৱা-গধূলি গাই থকা গীতৰ কথা জানিব পাৰি ৰজাৰ মন চেমচেমাবলৈ ধৰিলে। সেয়ে তেওঁ প্ৰধান মন্ত্ৰী সমন্বিতে পিছদিনা পুৱাই ব্ৰাহ্মণক লগত লৈ সেই অজান মুলুকৰ অটব্য অৰণ্যলৈ যাত্ৰা কৰিলে। সুগভীৰ বনৰ মাজত প্ৰৱেশ কৰাৰ লগে লগে ৰজাই বালকৰ কণ্ঠ নিগৰিতসেই সুমধুৰ গানটো শুনিবলৈ পালে।

জলে জনমিলি ভাই

নগৰে বাঢ়িলি গ'।

সাত ৰাণীৰ খাতিৰ ভাই

বনে বাসা লিলি গ'।।

গীতটোৰ অৰ্থই ৰজাক যেন ৰহস্যৰ সম্ভেদ দি দিলে। সেয়ে প্ৰধানমন্ত্ৰীসহ তেওঁ পৰম ব্যগ্ৰতাৰে ৰাজপ্ৰাসাদোপম বিতোপন অট্টালিকাৰ ফালে ঘোঁৰা চেঁকুৰাই দিয়ে। অৱশেষত ৰজাই অট্টালিকাটো পালেগৈ। অন্তেষপুৰত প্ৰৱেশ কৰি ল'ৰাটোক চাৰিওফালে বিচাৰি ফুৰিবলৈ ধৰিলে। বহু বিচাৰ-খোচাৰ কৰাৰ পিছত এটা চুকত বহি চকুপানী টুকি থকা অৱস্থাত ল'ৰাটোক লগ পালে। দেখা মাত্ৰকে তেওঁ ৰাজকুমাৰক চিনি পালে। পিতা-পুত্ৰৰ মধুৰ মিলন দেখি প্ৰধানমন্ত্ৰীৰ দুগালেদি দুধাৰি আনন্দাশ্ৰু বৈ আহিল।



কিছুদিন তাতে অতিবাহিত কৰাৰ পিছত পিতা-পুত্ৰ দুয়ো নিজৰ ৰাজ্যলৈ প্ৰত্যাৱৰ্তন কৰে।

পুত্ৰৰ লগত পুনৰ মিলন হোৱা খবৰটো ৰজাই অতিকৈ সংগোপনে ৰাখি ৰাজ্যৰ মহামন্ত্ৰীক এটা ডাঙৰ পুখুৰী খন্দাবলৈ হুকুম দিলে। সেইমতে মহামন্ত্ৰীয়ে এটা গভীৰ দ' পুখুৰী খন্দালে।

ন-পুখুৰী খন্দালে গৃহ-লক্ষ্মী স্বৰূপ মহাৰাণীয়ে পুখুৰীৰ পানী ব্যৱহাৰ কৰাৰ আগমুহূৰ্তত জলদেৱতাৰ উদ্দেশ্যৰে পূজা এভাগ আগবঢ়োৱা সেই ৰাজবংশৰ পৰম্পৰা আছিল। প্ৰথা অনুযায়ী সাতোগৰাকী ৰাণীয়ে পূজাৰ নৈবেদ্য লৈ পুখুৰীৰ পাৰত পূজা দিবলৈ আহে। বিধিপূৰ্বক পূজা সমাপন কৰাৰ পিছত ৰাণীসকলে পুখুৰীৰ পাৰত সেন্দুৰ আৰু কাজলৰ ফোঁট দিয়ে। জলদেৱতাৰ উদ্দেশ্যে ধূপ-দীপ প্ৰজ্বলিত কৰি "চোমান" (নোওৱা) কৰিবলৈ লওঁতেই ৰজাৰ হুকুম মতে কটোৱালে আটাইকেউজনী ৰাণীকে পুখুৰীৰ মাজলৈ ঠেলি পঠালে। ফলত দুষ্ট ৰাণীসকলে পুখুৰীৰ পানীত ডুবি প্ৰাণ বিসৰ্জন দিব লগাত পৰিল। তাৰ পিছত পুখুৰীটো পুনৰ পুতি দিয়া হ'ল। ৰজাই মায়া-মমতাহীন ৰাণীসকলক এনেকৈয়ে চৰম শাস্তি বিহিলে।

ৰজা আৰু ৰাজপুত্ৰ দুয়ো মহাআনন্দতে দিন অতিবাহিত কৰিবলৈ ধৰিলে।

**উপদেশ ঃ** দুসবাকে খাতিৰ গাঢ়া খানলে আপনে মৰুণ হঅ' হ্যায়।



# মেহ্ৰাৰু কে গহ্না হ'ল সতী

এখন অটব্য অৰণ্য আছিল। তাৰ গছবোৰ আছিল আকাশলঙ্ঘা। গছৰ ডালবোৰ আছিল ঢেঁকীৰ সমান আৰু পাতবোৰ একোখন ডলাৰ সমান আছিল। সেই ভয়ানক হাবিখনৰ মাজত এজন ৰাসক্ষ বাস কৰিছিল। তাৰ খাদ্য তালিকাত সদায়ে একোজনকৈ মানুহ আছিল। সেয়ে তাৰ উৎপাতত হাবিখনৰ পৰা বহু দূৰলৈকে বাস কৰা মানুহবিলাক সদা-সৰ্বদাই ভীত-বিহ্বল হৈ বাস কৰিছিল। সি কেতিয়া ক'ত ওলাই কাৰ ঘৰৰ পৰা মানুহ ধৰি নিব তাৰ কোনো ঠিক নাছিল।

এবাৰ এখন গাঁৱত সেই ৰাক্ষসটো ওলালগৈ। সি অহাৰ খবৰ গোটেই গাঁৱখনতে বনজুই বিয়পাদি বিয়পি পৰিল। ভয়তে সমগ্ৰ গাঁৱখনৰ মানুহবোৰ ফৰিং ছিটিকাদি যেনি-তেনি পলাই গ'ল। দুৰ্ভাগ্যবশতঃ দুজনী বাই-ভনী হাতত ধৰাধৰিকৈ পলাই যাওঁতে ৰাক্ষসৰ সন্মুখতে ওলালগৈ। ৰাক্ষসে দুয়োকে ধৰি ডাঠ হাবিৰ মাজত থকা নিজৰ ঘৰলৈ লৈ যায় আৰু বলপূৰ্বকভাৱে দুয়োকে বিয়া কৰায়।

ৰাক্ষসে ধৰি লৈ যাওঁতে দুয়ো বাই-ভনীয়ে গোটেই পথছোৱা নিজৰ শাৰীৰ আঁচল ফালি ফালি পেলাই থৈ গৈছিল। তেওঁলোকৰ ঘৰত থকা পোহনীয়া ভাটৌ চৰাইটোৱে ফালি পেলাই যোৱা শাৰীৰ আঁত ধৰি গৈ গৈ ৰাক্ষসৰ ঘৰত দুয়ো বাই-ভনীকে বিচাৰি উলিয়ালে। ভাটৌটোক দেখি দুয়োৰ মুখলৈ পানী আহিল। সিহঁতে মৰমৰ ভাটৌটোক উদ্দেশ্য কৰি ক'বলৈ ধৰিলে-

লেই চলঃ লেই চলঃ

ৰে, নিৰমালা সুগাৰা (ভাটৌ)

কি বাপা কে দেশে....

কি আই— অ' দেশে....।।

সিহঁতৰ ক্ৰন্দনময় অনুৰোধৰ প্ৰত্যুত্তৰত ভাটৌটোৱে গীত জুৰিলে ঃ



মতো কান্দো মতো খিজো

ৰে, সনা-ৰূপা বহিনী....।

লেই যাব বাপাকে দেশ

লেই যাব আই অ' কে দেশে।।

এইদৰে ভাটৌৰ লগত ভাবৰ আদান-প্ৰদান কৰাৰ পিছত দুয়ো বাই-ভনীয়ে সৰিয়হৰ টোপোলা এটা ভাটৌ চৰাইৰ ভৰি দুখনত বান্ধি ঘৰলৈ বুলি উবুৰাই দিয়ে। ভাটৌ চৰাইটো যি ফালেদি উৰি আহিল সেইফালেদি তাৰ ভৰি দুখন বান্ধি পঠিওৱা সৰিয়হৰ গুটি পৰি আহিল। বাৰিষা অহাৰ লগে লগে সেই গুটিৰ পৰা সৰিহয়ৰ গছ গজিব আৰু সেই চিনে চিনে ঘৰৰ পৰা মানুহ গৈ ৰাজকুমাৰী বাই-ভনীক উদ্ধাৰ কৰিব। তাকে কল্পনা কৰি বাই-ভনী দুয়ো হাবিৰ মাজৰ ৰাক্ষসৰ ঘৰতে দিন অতিবাহিত কৰিবলৈ ধৰিলে।

ইপিনে ৰাক্ষসে এদিন আন কোনো মানুহ নাপাই ডাঙৰগৰাকী কুঁৱৰীকে খাই পেলালে। অতি গোপনীয় কৰি ৰাখিলে যদিও সৰু কুঁৱৰীয়ে প্ৰকৃত কথাটো জানিব পাৰি বৰ ভয় খাইছিল। সেয়ে তাই পলাবৰ বাবে সুযোগৰ সন্ধানত ৰ'ল। এদিন তাইৰ এটা সুবৰ্ণ সুযোগ মিলিল।

ৰাক্ষসটো ঘৰত নথকা অৱস্থাত তাই মেকুৰি এজনী কাটি জুহালৰ ওপৰত ওলোমাই থৈ তলত কেৰাহী এখন পাতি জুই জ্বলাই ঘৰৰ পৰা পলাল। ৰাক্ষসটো বনৰ পৰা ঘূৰি আহি ঘৰৰ দুৱাৰখন ভিতৰ ফালৰ পৰা বান্ধি থোৱা দেখিলে। এটোপোলা এটোপোলাকৈ ওলোমাই থোৱা কটা মেকুৰিৰ তেজ শুকান কেৰাহীত পৰি "ছান গৰগৰ" শব্দ হোৱা শুনি কুঁৱৰীয়ে ৰুটি বনোৱা বুলি ভাবি ৰাক্ষসৰ মনটো আনন্দৰে ভৰি পৰিল। কিন্তু বহুবাৰ দৰজা খুলিবলৈ মাতিও ভিতৰৰ পৰা যেতিয়া কোনো সাৰ-শব্দ নাপালে তেতিয়া খঙতে অগ্নিশৰ্মা হৈ সি একেগোৰে দৰজাখন ভাঙি পেলালে। ভিতৰলৈ প্ৰৱেশ কৰি কটা মেকুৰি দেখি ৰাক্ষসে আচল কথাটো বুজিব পাৰিলে।

ভাটৌৰ ঠেঙৰ পৰা পৰি যোৱা সৰিয়হখিনি ইতিমধ্যে গজি উঠিছিল। সেই চিনে চিনে গৈ সৰু কুঁৱৰীয়ে নিজৰ মাক-বাপেকৰ ঘৰ পালেগৈ। হেৰুওৱা জীয়েকক পাই মাক-বাপেক আৰু আত্মীয়সকলে বৰ আনন্দ পালে। কিন্তু কেইদিনমানৰ পিছতে তাইক বিচাৰি ৰাক্ষসজন সিহঁতৰ ঘৰ পালেহি। গৈ পায়েই সি শাহুয়েকক উদ্দেশ্যি ক'লে ঃ

**ৰাক্ষস** ঃ 'শাশ্। শাশ্ গ'। তহনিকে বেটীকে লেগেলে আলিহি।'

**শাহু :** 'হুঁ, জোঁৱাই। আইঝ্ ৰহা গ'। খাই-পিকে কাইল যাবা। কাইলহে বেটী বিদায় দেব।'

শাহুয়েকৰ কথামতে ৰাক্ষস জোঁৱাই সেইদিনা ৰাতি থাকিবলৈ মান্তি হ'ল। ৰাতি খুৱাই-বোৱাই লাহৰ দ্বাৰা তৈয়াৰী ঘৰত, লাহৰ বিচনাত, তলত লা-ৰ "ভৰসি" (জুইৰ অঙঠা থকা কেৰাহী) দি ৰাক্ষসক শুৱলৈ দিলে। ৰাক্ষসৰ টোপনি ধৰাত ভৰসিৰ জুইৰ বাবে বিচনাখন লাহে লাহে গলিবলৈ ধৰে।

টোপনিয়ে জুমুৰি দি ধৰা ৰাক্ষসে জুইৰ উত্তাপ সহ্য কৰিব নোৱাৰি শাহুয়েকক ক'লে :

**ৰাক্ষস :** "শাশ্ গ'! তহনিকে বেটী হামকে কথ হঁ।"

**শাহু :** "নাইগ', জোঁৱাই। হামৰ বেটী হামৰ ঠিনে শুত্‌ল হ্যায়। তহ্নি আৰামসে শুতা গ'।"

এইদৰে দুবাৰমান প্ৰশ্ন কৰাৰ পিছত ভৰিসিৰ জুই দপ্‌দপকৈ জ্বলি উঠিল। লাহৰ বিচনা আৰু ঘৰ নিমিষতে জ্বলি যোৱাৰ ফলত ৰাক্ষসৰ মৃত্যু হ'ল।

ৰাক্ষসটোক জ্বলাবৰ বাবে নৈৰ ঘাটত চিতা সজা হ'ল। বৰ গধুৰ হোৱা বাবে বহু মানুহে ধৰা-ধৰি কৰি ৰাক্ষসক চিতাৰ ওপৰত তুলি চিতাত অগ্নি-সংযোগ কৰাত দাউ-দাউকৈ চিতাজুই জ্বলি উঠিল। চিতাৰ ধোঁৱাই কুণ্ডলী পকাই আকাশমাৰ্গলৈ উৰি গ'ল।

ৰাজকুমাৰীয়ে বিধবাৰ বসন শুভ্ৰ বস্ত্ৰ পিন্ধি শুকুলা ঘোঁৰাত উৰি আকাশলৈ উঠি যোৱা চিতা জুইৰ লেলিহান শিখা আৰু ধোঁৱালৈ লক্ষ্য কৰি ঘোঁৰা চেকুৰাই দিয়ে। চিতাৰ চাৰিওফালে সাতপাক প্ৰদক্ষিণ কৰি জ্ঞাতি-কুটুম, মা-দেউতা আৰু কুলদেৱতাৰ উদ্দেশ্যে প্ৰণাম জনাই চিতাৰ জ্বলা জুইত তাই জাপ মাৰি দিয়ে।

ৰাক্ষস হ'লেও তেৱেঁই ৰাজকুমাৰীৰ পতি আছিল। হিন্দু ধৰ্ম মতে পতিয়েই পৰমেশ্বৰ। সেয়ে ৰাজকুমাৰীয়ে পতিৰ লগতে আত্মজাহ দি নিজৰ সতীত্ব অক্ষুণ্ণ ৰাখিলে আৰু লোকলজ্জাৰ পৰাও নিজকে মুক্ত কৰিলে।

অভাৱনীয় ঘটনাটো ঘটি যোৱাৰ পিছত বেদনাঘন হৃদয় লৈ আত্মীয়-স্বজনসকল নিজৰ নিজৰ ঘৰলৈ উভতি গ'ল।



# ৰাজকুমাৰ আৰু অকৰ বন্ধু

এখন ৰাজ্যত এজন বৰ প্ৰতাপী ৰজাই ৰাজত্ব কৰিছিল। ধনে-জনে সকলো প্ৰকাৰে সেই ৰাজ্য নদন-বদন কৰিছিল। ৰজাৰ একেটি মাত্ৰ জীয়াৰী আছিল। ৰূপ আৰু লাৱণ্যত স্বৰ্গৰ অপেশ্বৰীকো চেৰ পেলাব পৰা ৰাজকুমাৰীৰ মুখখন আছিল সাইলাখ পূৰ্ণিমাৰ জোন। তাইৰ ৰূপ-যৌৱনে ৰজা-ৰাণীলৈ বহু প্ৰশংসা কঢ়িয়াই আনিছিল। পিছে তাইৰ প্ৰখৰ বুদ্ধিমত্তাৰ বাবেহে তেওঁলোকে অধিক গৌৰৱ অনুভৱ কৰিছিল।

কেতেকী ফুলৰ "মহক" (সুগন্ধি) চাৰিওফালে "মহমহাই" যোৱাৰ দৰে ৰাজকুমাৰীৰ ৰূপ-যৌৱনৰ কথাও দেশ-দেশান্তৰে বিয়পি পৰিছিল। নিমিষতে ৰাজকুমাৰসকলৰ মন-প্ৰাণ হৰি নিব পৰা ৰাজকুমাৰীগৰাকীক বিবাহ কৰাবলৈ দেশ আৰু বিদেশৰ যুৱৰাজসকলৰ মাজত হেতা-ওপৰা লাগিছিল যদিও কোনো এজন কুমাৰকে ৰাজকুমাৰীয়ে পছন্দ কৰা নাছিল। ফলত কন্যাদানগ্ৰস্ত ৰজা-ৰাণীৰ চিন্তা দিনক-দিনে বাঢ়ি যাবলৈ ধৰিছিল।

এনে সময়তে ৰাজকুমাৰীয়ে এদিন সখীয়েকৰ সৈতে নৌকা 'বিহাৰ' কৰিবলৈ গৈছিল। চাতক চঞ্চল মন লৈ ভটীয়নী নদীত পালতৰা নাও মেলি বহুদূৰলৈ আগুৱাই গৈছিল। যৌৱনৰ গৰৱত গৰৱিনী ৰাজকুমাৰীয়ে মনৰ আনন্দত নৌকাবিহাৰ কৰি থাকোঁতে অস্তমিত সোণালী ৰশ্মিমালাৰে বিধৌত কাৰুকাৰ্য খচিত এখন নৌকা বিপৰীত ফালৰ পৰা আহি থকা দেখিবলৈ পালে। ক্ৰমে নাওখন ওচৰ চাপি অহাত এজন অপূৰ্ব সুন্দৰ যৌৱনসম্পন্ন ৰাজকুমাৰক তাই দেখা পালে। নাও দুখন দ্ৰুতগতিৰে আঁতৰি যাওঁতে ৰাজকুমাৰ আৰু ৰাজকুমাৰীৰ চাৰি চকুৰ মিলন ঘটে। মুহূৰ্তৰ বাবে দেখা প্ৰথম চাৱনিতেই উভয়ে উভয়ক ভাল পাই পেলালে। কৌশলেৰে ৰাজকুমাৰীয়ে ৰাজকুমাৰক তেওঁৰ অন্তৰৰ প্ৰেম নিবেদন কৰিলে।

প্ৰথমতে ৰাজকুমাৰীয়ে এটা গোলাকাৰ তামৰ পাত্ৰ দেখুৱালে। তাৰ পিছত এটা তাল ফল দেখুৱাই সেইটো পানীত উটুৱাই দিলে। পিছে ৰাজকুমাৰে

হ'লে ৰাজকুমাৰীৰ ইঙ্গিতৰ একো অৰ্থই উলিয়াব নোৱাৰিলে।

কথাবোৰ ভাবি-চিন্তি গৈ থাকোঁতেই ৰাজকুমাৰে নিজৰ ঘৰ পালেগৈ। ৰাজকুমাৰীলৈ তেওঁৰ বৰকৈ মনত পৰিবলৈ ধৰিলে। তেওঁৰ চিত্ত চঞ্চল হৈ পৰিল। ঘৰতো নবহে মন পথাৰতো নবহে মন। ৰাজকুমাৰৰ অৱস্থাও ঠিক তদ্ৰূপ হৈ পৰিল। শত চেষ্টাৰ পিছতো ৰাজকুমাৰে নৈৰ মাজত ৰাজকুমাৰীয়ে দেখুওৱা ঘূৰণীয়া তামৰ পাত্ৰ আৰু তাল ফলৰ কোনো অৰ্থ বিচাৰি নাপালে।

ৰাজকুমাৰৰ এজন সহপাঠী আছিল। সি অতিপাত দুখীয়া হ'লেও বুদ্ধিত আছিল সাইলাখ বৃহস্পতি। তদুপৰি সি বৰ বিশ্বাসীও আছিল। ৰাজকুমাৰে সেইজন বন্ধুক মতাই আনি ঘটনাটোৰ আদ্যোপান্ত বিৱৰি ক'লে। সকলো কথা মনোযোগেৰে শুনাৰ পিছত বন্ধুজনে ক'লে যে ৰাজকুমাৰীয়ে তোমাৰ নিজৰ প্ৰেম নিবেদন কৰিছে। গোলাকৃতিৰ তাম্ৰপাত্ৰৰ যোগেদি ৰাজকুমাৰী যে তাম্ৰধ্বজ ৰজাৰ জীয়াৰী সেই কথাকে বুজাইছে। (তামৰ ধন ৰজা বুলিও কিছুৱে কয়) তালফলৰ যোগেদি ৰাজকুমাৰী থকা ঘৰটোৰ চাৰিওফালে তাল গছেৰে ঘেৰি থকা বুজাইছে আৰু তাল ফলটো তোমাক দেখুৱাই পানীত উটুৱাই দিয়াৰ অৰ্থ হ'ল যে ৰাজকুমাৰীয়ে তোমাক ৰাজ-অন্তেষপুৰলৈ আমন্ত্ৰণ জনাইছে।

কথাখিনি জনাৰ পিছত কাল বিলম্ব নকৰি ৰাজকুমাৰে বন্ধুক লগত লৈ তামৰধন ৰজাৰ ৰাজধানীলৈ যাত্ৰা আৰম্ভ কৰিলে। চতুৰ বন্ধুৰ সহায়ত ৰাজকুমাৰে ৰাজকুমাৰীৰ অন্তেষপুৰ বিচাৰি পালে আৰু হেলাৰঙে ভিতৰলৈ প্ৰৱেশ কৰিলে। ৰাজকুমাৰীয়েও ৰাজকুমাৰৰ বাবে অধীৰ আগ্ৰহেৰে বাট চাই আছিল। সেয়ে আশানুযায়ী ৰাজকুমাৰীয়ে ৰাজকুমাৰক পাই হাততে স্বৰ্গ ঢুকি পোৱা যেন পালে। গন্ধৰ্ব প্ৰথাৰে বন্ধুয়েকে দুয়োৰে মাজত বিবাহকাৰ্য সম্পন্ন কৰি দিয়ে। তাৰ পিছত অতি কৌশলেৰে ৰাজকাৰেঙৰ পৰা দৰা-কন্যা দুয়োকে উলিয়াই আনে। নৱ-পৰিণীতা স্ত্ৰীক লৈ ৰাজকুমাৰ গৃহাভিমুখে ৰাওনা হয়।

দিনটো পথ অতিক্ৰম কৰাৰ পিছত এখন ঘন বননিত তেওঁলোকে প্ৰৱেশ কৰে। ইতিমধ্যে আন্ধাৰ হোৱাত শ্ৰান্ত-ক্লান্ত ঘোঁৰাবোৰে পথ নেদেখা হ'ল। সেয়ে এজোপা প্ৰকাণ্ড বটগছৰ গুৰিত তেওঁলোকে ৰাতিটোৰ বাবে বিশ্ৰাম ল'বলৈ মনস্থ কৰে। ৰাতিৰ আহাৰ সমাপন কৰি ৰাজকুমাৰী আৰু ৰাজকুমাৰ শুই নিঃপালি দিয়ে। হাবিৰ বন্য জীৱ-জন্তুৰ সম্ভাব্য আক্ৰমণৰ পৰা ৰক্ষা কৰিবলৈ হাতত চোকা তৰোৱাল লৈ প্ৰহৰী ৰূপে বন্ধুয়েক উজাগৰে থাকিল।

পল-অনুপল কৰি ৰাতি আগবাঢ়ি গৈ থাকিল। ঝিলিৰ ঐকতান, শিয়ালৰ



হুৱা আৰু নিয়তিৰ নিউ নিউ মাতে হাবিখন অতিকে ভয়াবহ কৰি তুলিলে। এনেতে তেওঁলোকে আশ্ৰয় লোৱা গছজোপা থৰ থৰকৈ কঁপিব ধৰিলে। মুহূৰ্তৰ ভিতৰতে প্ৰকাণ্ড গছজোপা হাউলি পৰিল আৰ গছৰ গুৰিৰ তলৰ পৰা ওলোৱা বিকট্ শব্দটোৱে ৰাজকুমাৰৰ বন্ধুৰ বুকু কঁপাই তুলিলে। সি একো টলকিব পৰাৰ আগতেই শব্দটো বাঢ়ি মেঘৰ গৰ্জন সদৃশ হ'ল আৰু লক্‌লক্‌কৈ জিভা ওলিয়াই এটা কিম্ভূত-কিমাকাৰ নাগসাপ গাঁতৰ ভিতৰৰ পৰা ওলাই আহিল। ইফালে-সিফালে চাই সাপটোৱে নিজৰ মস্তকৰ পৰা এটি উজ্বল মণি বাহিৰ কৰে। সেই মণিৰ পোহৰত ৰাতিৰ ঘনঘোৰ অন্ধকাৰ নিমিষতে অন্তৰ্ধান হ'ল। দিন যেন পোহৰত সাপটোৱে নিদ্ৰামগ্ন ৰাজকুমাৰ-ৰাজকুমাৰীক নিৰীক্ষণ কৰি চকুৰ পচাৰতে ৰাজকুমাৰক তুলি লৈ গাঁতৰ ভিতৰলৈ প্ৰৱেশ কৰে। কিছু পিছতে আকৌ ওলাই আহি ৰাজকুমাৰীকো গাঁতৰ ভিতৰলৈ লৈ যায়। পহৰাৰত বন্ধুজনে হতভম্ব হৈ চাই থকাৰ বাহিৰে আন একোকে কৰিব নোৱাৰিলে। বন্ধু আৰু বন্ধুপত্নীক ৰক্ষা কৰিব নোৱৰা বাবে দুখত তেওঁৰ অন্তৰ দহিব ধৰিলে। তেওঁ আৰু লক্ষ্য কৰিলে যে সাপডাল গাঁতৰ ভিতৰতলৈ সোমাই যোৱাৰ লগে লগে গছজোপা ঠিয় হৈ যায় আৰু গাঁতটো সমূলি চিন-ছাব নোহোৱাকৈ বন্ধ কৰি দিয়ে। গছজোপা আকৌ হাউলি পৰিবলৈ লোৱাত এইবাৰ সৰ্পৰূপী ৰাক্ষসটোৱে যে তেওঁকে ধৰিবলৈ আহিছে সেইকথা বুজিব পাৰি তেওঁৰ চুলি আগে জীউ উৰি যোৱা যেন পালে। আসন্ন বিপদৰ পৰা হাত সাৰিবৰ বাবে তৎমুহূৰ্তে ৰাজকুমাৰৰ বন্ধুজনে ঘোঁৰাত উঠি সেই জয়াল ঠাইৰ পৰা পলাই-পত্ৰং দিয়ে। ইপিনে ৰাক্ষসটোৱে তেওঁক বিচাৰি নাপাই ৰাজকুমাৰৰ ঘোঁৰাটোকে তুলি লৈ গাঁতৰ ভিতৰলৈ সোমাই যায় আৰু লগে লগে কালিকা লগা গছজোপা ঠিয় হৈ গাঁতটো নিকপকপীয়াকৈ বন্ধ কৰি পেলায়।

ৰাজকুমাৰ-ৰাজকুমাৰীক হেৰুৱাব লগা হোৱাত বন্ধুৰ অৱস্থা অতি শোচনীয় হৈ পৰিল। কি উপায়েৰে তেওঁলোকক উদ্ধাৰ কৰিব পৰা যায় সেই চিন্তাত তেওঁ নিমগ্ন হ'ল। অৱশেষত এটা বুদ্ধি পাঙি সি কমাৰৰ ওচৰলৈ গ'ল। সি এটা বিশেষ ধৰণৰ লোৰ সজা তৈয়াৰ কৰিবলৈ কমাৰক ক'লে। 'ফৰমাচ' অনুসৰি বাহিৰৰ চাৰিওফালে চোকা তৰোৱাল থকা এটি লোৰ সজা কমাৰে সাজি উলিয়ালে। এই সজাটো লৈ দুপৰ নিশা সি গৈ সেই বিশেষ গছজোপা পালেগৈ। মানুহৰ গোন্ধ পোৱা মাত্ৰকে দৈত্যকায় সাপটো গাঁতৰ ভিতৰৰ পৰা ওলাই আহিল। প্ৰথমতে সি মুৰৰ পৰা মণিটো উলিয়াই লৈ চাৰিওফালে পোহৰ কৰি গোন্ধ পোৱা মানুহটোক বিচাৰিবলৈ ধৰিলে। সেই ছেগতে ৰাজকুমাৰৰ চতুৰ বন্ধুজনে লোৰ সজাটোৱে সাপৰ মণিটো ঢাকি

পেলালে। মণি উদ্ধাৰ কৰিবলৈ সাপটোৱে চো-চোঁৱাই খেদি আহি লোৰ সজাটোক খুটিবলৈ ধৰিলে। সজাৰ বাহিৰৰ চাৰিওফালে চোকা তৰোৱালৰ দ্বাৰা আচ্ছাদিত থকা বাবে সাপটো ক্ষত-বিক্ষত হ'ল। সাপৰ তেজেৰ সেই ঠাইডোখৰ ৰাঙলি হৈ পৰিল আৰু শেষত লোৰ সজাৰ বিষাক্ত তৰোৱালৰ আঘাতত সাপটোৱে প্ৰাণ বিসৰ্জন দিব লগাত পৰিল।

সাপৰ মৃত্যু হোৱাৰ লগে লগে বন্ধুজনে লৰালৰিকৈ সজাৰ ভিতৰৰ পৰা মণিটো উলিয়াই আনে আৰু সেইটো লৈ গাঁতৰ ভিতৰলৈ সোমাই যায়। প্ৰৱেশ পথত কিলবিলাই থকা সাপবোৰে মণি লগত থকা বাবে তাৰ গতি ৰোধ নকৰিলে। অগণন সাপ দেখি তাৰ বৰ ভয় লাগিছিল। তথাপিতো মৰণত শৰণ দি সি সাপবোৰৰ কাণ্ড-কাৰখানা নিৰীক্ষণ কৰিবলৈ ধৰিলে। মণিৰ বলত সি গহ্বৰৰ বহু ভিতৰলৈ গৈ ৰাজকুমাৰ আৰু ৰাজকুমাৰীক বিচাৰি পালে। চাৰিওফালে পহৰা দি থকা সাপবোৰে নতমস্তকে তাক অভিবাদন জনালে। সি কাল বিলম্ব নকৰি ৰাজকুমাৰ-ৰাজকুমাৰী দুয়োকে বন্ধনমুক্ত কৰিলে আৰু শীঘ্ৰে তিনিও গাঁতৰ ভিতৰৰ পৰা ওলাই আহিল।

বন্ধুৰ চাতুৰ্যৰ বাবে বন্ধনমুক্ত হোৱাত ৰাজকুমাৰ-ৰাজকুমাৰীয়ে তেওঁৰ শলাগ লয়। ৰাজকুমাৰে বন্ধুক বুকুত সাবটি লয় আৰু জীয়াই থাকে মানে বন্ধুৰ ওচৰত ঋণী হৈ থাকিবলৈ প্ৰতিশ্ৰুতি দিয়ে।

ঢলপুৰাতে নিয়ৰে তিওৱা দুবৰিৰ দলিচাৰ ওপৰেদি তিনিও ঘোঁৰা চেঁকুৰাই দিয়ে। আহি থাকোঁতে পুনৰ ৰাতি হোৱাত সিহঁতে এজোপা আমগছৰ তলত ৰাতি কটাবলৈ পাং পাতিলে। পথশ্ৰান্ত-ক্লান্ত ৰাজকুমাৰ-ৰাজকুমাৰী নিদ্ৰাদেৱীৰ কোলাত আশ্ৰয় ল'লে। আগৰ দৰেই বন্ধুজনে পহৰা দি থাকিল। "ভিন্‌সৰীয়া" ৰাতি (দোকমোকালি পৰত) গছৰ ওপৰত বহি থকা মইনা চৰাইটোৱে মইনাজনীক উদ্দেশ্য কৰি কোৱা সি শুনিবলৈ পালে।

**মইনা :** মইনী। অ' মইনী। কথা এষাৰ কওঁ শুনাচোন। গছৰত তলত শুইথকা ৰাজকুমাৰ-ৰাজকুমাৰীৰ জীৱনত পৰ্বত-প্ৰমাণ দুৰ্যোগ নামি আহিব। অৰ্থাৎ দুয়োৰে মৰণ আসন্ন বুলিব পাৰি।

**মইনী :** বৰ বেজাৰৰ কথা দেখোন। কিয়নো এনেকৈ কৈছা? অলপ বুজাই কবানে?

**মইনা :** শুনা তেন্তে। ৰাজকুমাৰে নৱ-পৰিণীতা ৰাজকুমাৰীক লৈ যেতিয়া নিজৰ ৰাজ্য পাবগৈ তেতিয়া ৰজা-ৰাণী আৰু আন সকলোৱে বৰ-



বধূক আথে-বেথে আদৰি ল'ব। ৰাজ্যত আনন্দৰ বন্যা বৈ যাব। পিছে সেয়া অতি ক্ষন্তেকীয়া হ'ব। কিয়নো ৰজা-ৰাণীয়ে পুত্ৰ-বধূক আদৰি নি ৰাজকাৰেঙত প্ৰৱেশ কৰাবলৈ লওঁতেই কাৰেঙৰ দেৱালখন খহি ৰাজকুমাৰৰ মুৰৰ ওপৰতে পৰিব আৰু তৎমুহূৰ্তে ৰাজকুমাৰ মৃত্যু মুখত পৰিব। ৰাজকুমাৰী অকালতে বিধৱা হৈ পৰিব আৰু ৰজা-ৰাণী ও প্ৰজাবৰ্গ শোকসাগৰত নিমগ্ন হ'ব লাগিব।

এই হৃদয় বিদাৰক কথাখিনি শুনি মইনীয়ে বৰ দুখ পালে আৰু ইয়াৰ প্ৰতিকাৰৰ কিবা উপাই আছে যদি ক'বলৈ মইনাক খাটনি ধৰিলে।

**মইনা :** উপাই আছে যদিও সেয়া বৰ সহজ নহয়। কিয়নো যিখন দুৱাৰেদি বৰ-বধূক ৰাজকাৰেঙলৈ প্ৰৱেশ কৰাব তাৰ ওপৰত থকা দেৱালখন ভাঙি পেলাব লাগিব। কিন্তু ইমান কাৰু-কাৰ্য খচিত দেৱালখন ৰজাই ভাঙিবলৈ দিব জানো?

**মইনী :** দেৱালখন ভাঙি সোমাই গ'লে ৰাজকুমাৰৰ প্ৰাণ ৰক্ষা পৰিব নেকি?

**মইনা :** সেই যাত্ৰাত ৰাজকুমাৰৰ জীৱন ৰক্ষা পৰিব যদিও তেওঁৰ আৰু এটা ডাঙৰ "ফাড়ি" (বিপদ) আছে। সেইটো অতি ভয়ঙ্কৰ বিপদ। তাৰ পৰা ৰক্ষা পোৱাৰ সম্ভাৱনা নাই বুলিয়েই ক'ব পাৰি।

**মইনী :** ৰাজকুমাৰৰ জীৱনলৈ আহিব লগা সেই ভয়ঙ্কৰ বিপদটোৰ বিষয়ে কোৱাচোন বাৰু।

**মইনা :** মইনীৰ মাতৃসুলভ অন্তৰত ওপজা মৰ্মবেদনাখিনি মইনাই উপলব্ধি কৰিব পাৰিছিল। মইনীক উদ্দেশ্য কৰি ক'লে, "ফুলশয্যাৰ ৰাতি এডাল বিষাক্ত সাপ ৰাজকুমাৰৰ কোঠালৈ সোমাই আহি ৰাজকুমাৰৰ ব্ৰহ্মতালুত দংশন কৰিব। ফলত লগে লগেই ৰাজকুমাৰৰ প্ৰাণবায়ু ওলাই যাব।

**মইনী :** ইচ্ ইচ্। ইমান ভয়ানক মৃত্যু। বেজ-বেজালি কৰাৰ কোনো আহৰিকে নাপাব তেনেহ'লে। বাৰু। বাচিবৰ সমুলি উপাই নাই নেকি?

**মইনা :** বচাৰ উপাই নাই বুলিবই পাৰি। আৰু আছে যদিও কামটো অতি জটিল। কিয়নো ফুলশয্যাৰ ৰাতি ৰাজকুমাৰৰ কোঠাত কোনেও নজনাকৈ এজনে পহৰা দিব লাগিব। পহৰাদাৰ থকা কথাটো আনকি ৰাজকুমাৰ বা ৰাজকুমাৰীয়ে জানিব পাৰিলেও ৰাজকুমাৰৰ জীৱন বচোৱা অসম্ভৱ হ'ব। সাপটো খিৰিকীয়েদি সোমাই আহোঁতেই চোকা তৰোৱালেৰে একে ঘাপতে

কাটিব লাগিব। একে ঘাপে সাপটো কাটিব নোৱাৰিলেও নহ'ব। আকৌ কটা সাপটো অথবা তাৰ এক বিন্দু তেজ যদিহে ৰাজকুমাৰে দেখা পায় তেতিয়াহ'লেও ৰাজকুমাৰৰ মৃত্যু অনিবাৰ্য।

**মইনী ঃ** নিজকে কোৱাদি ক'লে। ইচ্! কোনোবাই যদি ৰাজকুমাৰৰ জীৱন বচালেহেঁতেন!

**মইনা ঃ** ৰাজকুমাৰৰ প্ৰাণ বচোৱাৰজনৰো পিছে বিপদ আছে। কাৰণ সাপটোক কটাৰ পিছতো যদিহে কোনোবাই সেই ত্ৰাণকৰ্তাজনক দেখা পায় তেন্তে হাতত চোকা তৰোৱাল লৈ ফুলশয্যাৰ ৰাতি ৰাজকুমাৰ-ৰাজকুমাৰীৰ কোঠাত সি নিশ্চয় কিবা এটা কু-অভিপ্ৰায় লৈহে সোমোৱা বুলি ধৰি ল'ব। কিহৰ বাবে সি সেই কক্ষত অনুপ্ৰৱেশ কৰিছিল, তাৰ কাৰণ সুধিব আৰু সি মুহূৰ্ততে প্ৰকৃত কাৰণটো কৈ দিব তাৰ লগে লগে সি শিলৰ প্ৰতিমূৰ্তিলৈ ৰূপান্তৰ হৈ পৰিব।

**মইনী ঃ** উহ্ ইমান যে ভয়ানক আৰু হৃদয় বিদাৰক কথাবোৰ শুনিলো। বাৰু! সেই ত্ৰাণকৰ্তাজনৰ বাচিবৰ কিবা উপায় নাইনে?

**মইনা ঃ** আছে বুলিও ক'ব পাৰি আৰু নাই বুলিও ক'ব পাৰি। আছে বুলি এই কাৰণেই কৈছো যে আমি বহি থকা এই গছজোপাৰ পৰা কেইখিলামান পাত ৰাজকুমাৰ-ৰাজকুমাৰীৰ ঔৰসজাত সন্তানে ছিঙি নিব লাগিব। পাতকেইখিলা পানীত তিয়াই শিলৰ প্ৰতিমুৰ্তিত ছটিয়াই দিলেহে ত্ৰাণকৰ্তাজন পূৰ্বৰ ৰূপ লৈ জী উঠিব। আনহাতে নাই বুলি এই কাৰণেই কৈছো যে সময় যোৱাৰ লগে লগে ৰাজকুমাৰ-ৰাজকুমাৰীয়ে হয়তো কথাটো পাহৰি যাব পাৰে অথবা সিমান দিনৰ পিছত সিহঁতে গছজোপা চিনি নাপাবও পাৰে। ভগৱানে নকৰক, যদিহে এনে হয়, তেন্তে ত্ৰাণকৰ্তাজন সদা-সৰ্বদাই শিল হৈয়ে থাকিব লাগিব।

মইনী-মইনীৰ কথোপকথন সিমানতে অন্ত পৰিল।

'জয়-চিয়াৰাম' বুলি ব্ৰহ্মপুৰাতে ৰাজকুমাৰ-ৰাজকুমাৰীয়ে বিছনা ত্যাগ কৰিলে। মুখ-হাত ধুই বন্ধুৰে সৈতে তিনিও নিজ ৰাজ্যলৈ "ৰাওনা" হয়। ৰাজধানীৰ চৌহদ পায়েই সিহঁতে ৰাজমাতা আৰু স্বয়ং ৰজালৈ বাৰ্তা পঠালে। খবৰ পাই ৰজা-ৰাণী বৰ সুখী হয়। প্ৰজাবৰ্গ সমন্বিতে ৰজা-ৰাণীয়ে বৰ-বধূক আদৰি লৈ গ'ল। ৰাজকীয় "দস্তুৰ" মতে গৃহপ্ৰৱেশ কৰাবলৈ লওঁতে বন্ধুয়েকে ৰাজকুমাৰৰ প্ৰাণ ৰক্ষাৰ বাবে ৰাজকাৰেঙৰ প্ৰৱেশ পথৰ ওপৰৰ দেৱালখন



ভঙাবলৈ ৰজাক খাটনি ধৰে। প্ৰথমতে সেই কথাত কোনেও পতিয়ন যোৱা নাছিল যদিও ৰাজমাতাৰ হস্তক্ষেপত কাৰুকাৰ্য খচিত ৰত্ন সুশোভিত সেই দেৱালখন ভঙা হ'ল। ফলত সেইবাৰলৈ ৰাজকুমাৰৰ জীৱন ৰক্ষা পৰিল।

ফুলশয্যাৰ বাবে আটোম-টোকাৰিকৈ সজোৱা শয়ন কক্ষত ৰাতি বৰ-বধূ প্ৰৱেশ কৰিলে। সেইদিনা আবেলিৰে পৰা ৰাজকুমাৰৰ বন্ধুজনক কোনেও বিচাৰি পোৱা নাছিল। আচলতে সি দিনৰ ভাগতে সেই শয়ন কক্ষত সোমাই আত্মগোপন কৰি আছিল। ৰাতি দুপৰ হ'লত এটা অতি বিষাক্ত সাপ খিৰিকীৰ ফাকেদি শয়ন কোঠাত প্ৰৱেশ কৰিবলৈ লওঁতে চোকা অস্ত্ৰৰে সাপটোৰ ডিঙি কাটি দুছেও কৰিলে। কিন্তু দুৰ্ভাগ্যবশতঃ সাপৰ তেজ এটোপাল ৰাজকুমাৰীৰ বুকুতে পৰিলগৈ। সেই তেজটোপা দেখিলেও ৰাজকুমাৰৰ দেহাৱসান ঘটিব পাৰে তাকে ভাবি বন্ধুয়েক বৰ বিমৰ্ষ হৈ পৰিল। আনহাতে ৰাজকুমাৰীৰ বুকুৰ পৰা তেজ মচিবলৈ যোৱাও বিপজ্জনক কথা। কাৰণ সেই কাৰ্য কৰোঁতে যদিহে কেনেবাকৈ দুজনৰ এজনো সাৰ পায়, তেন্তে কথা বৰ বিষম হৈ পৰিব। কিন্তু সম্ভাব্য হ'ব পৰা সকলো বিপদ নেওচি ৰাজকুমাৰৰ প্ৰাণ বচাবই লাগিব। তাকে ভাবি বন্ধুজনে পানী আৰু গামোচা বিচাৰিলে। কক্ষটোৰ ভিতৰত প্ৰয়োজনীয় দুটা বস্তু এটাও বিচাৰি নাপাই বৰ বিবুদ্ধিত পৰিল। শেষত উপাই নেপাই নিজৰ জিভাৰে চেলেকি সাপৰ তেজৰ টোপালটো নাইকিয়া কৰিলে। তাৰ পিছত তৰোৱালত লগা তেজখিনিও পৰিষ্কাৰ কৰিলে। কিন্তু কক্ষটোৰ পৰা ওলাবলৈ লওঁতেই ৰাজকুমাৰীয়ে সাৰ পালে আৰু কোঠাৰ ভিতৰত হাতত তৰোৱাল লৈ থকা অৱস্থাত তাক দেখা পাই চিঞৰ-বাখৰ লগালে।

চিঞৰত ৰাজকুমাৰ সাৰ পালে। বন্ধুয়েকক তৰোৱালেৰে সৈতে কক্ষৰ ভিতৰত দেখা পাই সি তবধ মানিলে। কি কাৰণে এনে কাৰ্য কৰিলে বাৰম্বাৰ সোধাতো একো নমতা বাবে সি বন্ধুয়েকক বৰ তিৰস্কাৰ কৰিলে। কিন্তু মাজৰাতি হোৱা চিঞৰ-বাখৰত চিপাহী-চন্তৰী সকলো সাৰ পালে আৰু ক্ৰমান্বয়ে ৰজা-ৰাণীও টোপনিৰ পৰা জাগি উঠিল।

ৰাজকুমাৰ বন্ধুৱে কৃতকৰ্মৰ কোনো সদুত্তৰ দিব নোৱৰা বাবে ৰাজৰোষত পৰি বন্দীশালত সোমাল। সি এসপ্তাহৰ পিছত বিচাৰৰ সন্মুখীন হয়। উপযুক্ত কাৰণ দেখুৱাব নোৱাৰিলে ফাঁচীৰ আদেশ হ'ব বুলি বিচাৰপতিয়ে ঘোষণা কৰিলে। ৰাজকুমাৰ বন্ধুৰ দুই নাও দুই ভৰিৰ নিচিনা হ'ল। ক'লে সি শিল হৈ যাব আৰু নক'লে ফাঁচী কাঠত ওলমিব লাগিব। অৱশেষত সি শিলত পৰিণত হ'লে কি উপায়েৰে পুনৰ জীৱন লাভ কৰিব পাৰিব সেইখিনি

কথা ৰাজকুমাৰক ক'লে। তাৰ পিছত সি কিয় ৰাজকুমাৰ-ৰাজকুমাৰীৰ ফুলশয্যাৰ ৰাতি তেওঁলোকৰ শয়ন কক্ষত প্ৰৱেশ কৰিছিল তাৰ সবিশেষ বৰ্ণনা কৰিলে। কথাখিনি সম্পূৰ্ণ কৰা মাত্ৰে সি শিলত পৰিণত হৈ গ'ল।

ৰজা-ৰাণী, ৰাজকুমাৰ-ৰাজকুমাৰী, বিচাৰক, পাত্ৰ মন্ত্ৰী আৰু উপস্থিত সকলোৱে ৰাজকুমাৰৰ প্ৰাণ বচোৱাৰ বাবে বন্ধুয়েকৰ ভূয়সী প্ৰশংসা কৰিলে। নিজৰ জীৱন বিপন্ন কৰিও ৰাজকুমাৰৰ প্ৰাণ ৰক্ষা কৰোঁতাজনৰ প্ৰতি সন্দেহ কৰা আৰু তেওঁক বিচাৰৰ কাঠগড়াত ঠিয় কৰোৱা ইত্যাদি কাৰ্যৰ বাবে সকলোৱে অনুশোচনা কৰিবলৈ ধৰিলে। বন্ধুৰ বিচ্ছেদত ৰাজকুমাৰ-ৰাজকুমাৰী বৰ বিষণ্ণ হৈ পৰিল।

যিহওক এবছৰৰ পিছত ৰাজকুমাৰীৰ গৰ্ভত এজন পুত্ৰ সন্তানৰ জন্ম হয়। বিশেষ আম গছজোপাৰ পৰা সেই সন্তানৰ হতুৱাই আমপাত অনাই তাৰ দ্বাৰাই শিলামূৰ্তিত পানী ছটিয়াই দিয়াত ৰাম ৰাম বুলি বন্ধুজনে পুনৰ জীৱন লাভ কৰে। সকলোৱে লগত পুনৰ মিলন হোৱাত ৰাজ্য আৰু ৰাজধানীত আনন্দৰ বন্যা বৈ গ'ল।





# বুৰ্বক জোঁৱাই কে কাহ্নি

পুৰণি যুগৰ কথা। প্ৰবাদ আছে যে কোনো এখন গাঁৱত এজন মানুহ আৰু তেওঁৰ জোঁৱায়েক এজনেও বসবাস কৰি আছিল। শাহু-শহুৰৰ ঘৰলৈ সি এদিন অকলে ফুৰিবলৈ গৈছিল। যেতিয়া শাহুৱেকে ভাত-পানী ৰান্ধি আছিল তেতিয়া জোঁৱায়েকৰ লগত তেওঁ বাৰ্তালাপো কৰিছিল। এনেকৈয়ে গধূলিৰ আন্ধাৰ নামি আহিছিল।

শাহুৱেকে সেইদিনা খৰিচা ৰান্ধিছিল। জোঁৱায়েকক হাত-মুখ ধুৱাই পীৰা পাৰি বহিবলৈ দিলে। তাৰ পিছত ভাত-আঞ্জা আনি দিয়ে। ভাত খাই থাকোঁতে জোঁৱায়েকে ভাবিলে যে সি মাংসৰ আঞ্জা খাই আছে। কিন্তু সি এডোখৰো হাড় নোপোৱাত বৰ আচৰি হ'ল। ইমান জুতিলগা আঞ্জাখন কিহৰ, সি একো ধৰিব নোৱাৰি শাহুয়েকক সুধিলে, “মা, তুমি এয়া কি তৰকাৰী ৰান্ধিছা? মই একো ধৰিব পৰা নাই।”

বাঁহেৰে সজা দুৱাৰখনত আঁউজি লৈ জোঁৱায়েকে ভাত খাই আছিল। সেই কাৰণে বুঢ়ীয়ে ক'লে, “তোমাৰ পিছফালে কি আছে চোৱাচোন। তাৰেই মই এইখন তৰকাৰী ৰান্ধিছো। তোমাৰ বাবেই ৰান্ধিছো। বুজিছানে?

জোঁৱায়েকে মনে মনে ভাবিলে। সঁচাকৈয়ে বৰ সোৱাদ লগা তৰকাৰী। সি পিছলৈ ঘূৰি চাই বাঁহৰ দৰ্জাখন দেখা পালে। সি আচৰিত হ'ল। পিছে শাহুয়েকক একোকে নকৈ মনে মনে থাকিল।

ইমান সোৱাদ লগা তৰকাৰী এই বাঁহৰ দৰ্জাৰ পৰাই হয়, কথাটো জনাৰে পৰা তাৰ মনত এটি বুদ্ধিয়ে বাঁহ ললে। সেইমতে ৰাতি যেতিয়া সকলো শুই নিঃপালি দিলে, তেতিয়া সি লাহে লাহে কোনো শব্দ নকৰাকৈয়ে দুৱাৰখন খুলিলে। সেই ৰাতিয়েই সি দুৱাৰখন কান্ধত তুলি নিজৰ ঘৰলৈ আঞ্জা খোৱাৰ উদ্দেশ্যৰে লৈ আহে।

ৰাতিপুৱা কুকুৰা ডাক দিয়া সময়ত ঘৰৰ দৰ্জাখন নেদেখি চিঞৰ-বাখৰ

লাগিল। জোঁৱায়েকক শুবলৈ দিয়া ঘৰৰ দুৱাৰখন নাইকিয়া হ'ল। ঘৰৰ সকলোটি প্ৰাণী জাগি উঠিল। জোঁৱায়েকক মতাত ভিতৰৰ পৰা কোনো সাৰ-শব্দ পোৱা নগ'ল। খুলশালীয়েক কেইজনীয়ে জুমি চাই ভিনিহিয়েকক ক'তো নেদেখিলে। ঘৰৰ দুৱাৰখন চুৰি হ'ল আৰু লগতে জোঁৱায়েকো নোহোৱা হ'ল। ঘৰৰ সকলোৰে মাজত এই কথাটো জনা-জনি হ'ল।

হঠাতে ঘৰৰ গৃহিণীগৰাকীয়ে হা হা কৈ হাঁহি উঠিল। হাঁহি যেন আৰু বন্ধ নহয়। পেট চেপি তেওঁ চোতালত বহি পৰিল। তাকে দেখি জীয়েকহঁতে সুধিলে — "মা! তুমি কিয় ইমানকৈ হাঁহিছা?"

তেতিয়া বুঢ়ীয়ে ক'লে, "তোমালোকৰ ভিনিহিয়েৰাই বাঁহৰ দুৱাৰখন চোৰ কৰি লৈ গ'ল। কালি যেতিয়া মই বাঁহৰ গাজৰ তৰকাৰী ৰান্ধি খাবলৈ দিছিলো তেতিয়া তেওঁ মোক শুধিছিল — "মা! এয়া কিহৰ আঞ্জা?" তেতিয়া মই ধেমালি কৰি কৈছিলো যে তুমি আঁউজি থকা বস্তুটো অৰ্থাৎ দুৱাৰৰ বাঁহৰ অৰ্থাৎ বাঁহৰ গাজৰ তৰকাৰী। পিছে সি বপুৰাই আচল কথাটো বুজিব নোৱাৰি দুৱাৰখনকে চোৰ কৰি লৈ গ'ল। কথা শুনি সকলোৱে হাঁহি হাঁহি ভাগৰি পৰিল।

মুৰ্খ জোঁৱায়েকে সঁচাকৈয়ে বাঁহৰ দুৱাৰখন ঘৰলৈ নি পাহ পাহ কৈ মেচি দাৰে কাটি কাটি একেবাৰে মিহি কৰি পেলালে। তাৰ পিছত সি ঘৈণীয়েকক ক'লে, "আজি ইয়াৰে আঞ্জা এখন ৰান্ধা।" ঘৈণীয়েকে ক'লে— "এই শুকান বাঁহৰ? তুমি এটা মস্ত বুৰ্বক।"

গিৰিয়েকে উত্তৰ দিলে, "নহয়। নহয়। এই তৰকাৰীখন সচাঁকৈয়ে বৰ সোৱাদ লগা হয়। কালি তোমাৰ মাৰাৰ ঘৰত মই নিজে খাই আহিছো। বিশ্বাস কৰা, তৰকাৰীখন মায়ে নিজ হাতেৰে বনাইছিল আৰু তেওঁ কথাটো মোক নিজ মুখে কৈছিল। "শ্যালীহঁতে কোৱা হ'লেও মই বিশ্বাস নকৰিলোহেঁতেন। সেই কাৰণে মায়ে কোৱা দুৱাৰখনকে ৰাতি খুলি লৈ মই চোৰ কৰি আনিছো। একেবাৰে মাংসৰ নিচিনা সোৱাদ লগা জানানে?

ঘৈণীয়েকে ক'লে, -"কোন মুৰ্খই শুকান বাঁহৰ টুকুৰা খাব। মই এইবোৰ সিজাব নোৱাৰো দেই।"

সি ক'লে, ঠিক আছে, তোমালোকে কোনেও নাখালে নাখাবা। বনোৱা তৰকাৰী। ময়েই খাম বাৰু।"

নাচোৰবান্দা হৈ লাগি থকাত ঘৈণীয়েকে বাঁহৰ টুকুৰাবোৰক সিজাই



দিলে। সেই সোপাকে ভাতৰ লগত গিৰিয়েকক খাবলৈ দিয়ে। ভাতৰ লগত বাঁহৰ টুকুৰা মুখত ভৰাই চোবাবলৈ লওঁতে সি মুখৰ চাৰিওফালে খোচ খোৱাৰ ফলত দাঁতৰ গুৰিয়েদি তেজ ওলাবলৈ ধৰিলে। তাকে চাই ঘৈণীয়েক আৰু থিৰেৰে বৈ থাকিব নোৱাৰিলে। হাঁহি হাঁহি তাই মজিয়াত বাগৰি পৰিল। আনকি নিজেও নেহাঁহি নোৱাৰিলে।

তেতিয়া সি ক'লে - "তুমি বাঁহবোৰ সিজাবকে নোৱাৰিলা। সেই কাৰণে ই কোমল আৰু সোৱাদ লগা নহ'ল। মায়েহে ভালকৈ বনাব জানে। ছেঃ মই এগাৰহো খাব নোৱাৰিলো।

ঘৈণীয়েকে এইবাৰ ক'লে, "তুমি নিজেই বনাই লোৱা তেন্তে। আচৰিত কথা যে মুৰ্খটোৱে এইবাৰ নিজেই বাঁহৰ তৰকাৰী বনালে। পিচে শুকান বাঁহনো ক'ত সিজাব পাৰিব? তাকে দেখি ঘৈণীয়েকে পাৰ্যমানে হাঁহিলে আৰু সিদিনাৰ পৰাই ঘৈণীয়েকৰ পৰা আৰম্ভ কৰা শহুৰৰ ঘৰৰ সকলোৱে তেওঁক 'ৰাম বুধু' বুলি জোকাবলৈ ধৰিলে।

আমাৰ কাহিনীটো ইমানতে অন্ত পৰিল।



# তিন বন্ধু আৰ বিধি-বিধান্তা

কোনো এখন নগৰত তিনিজন যুৱক বাস কৰিছিল। তেওঁলোক বৰ নলে-গলে লগা বন্ধু আছিল। আচলতে সিহঁত আটাইকেউজন দেখাই-শুনাই একে আছিল আৰু সেয়ে সিহঁত ফুল অৰ্থাৎ সখী পতাইছিল। তেওঁলোক একে জাতিৰ নাছিল। এজন ধনী সদাগৰৰ সন্তান, এজন ৰজাৰ আৰু তৃতীয়জন ৰাহী ব্ৰহ্মাণৰ সন্তান আছিল।

কিছুদিনৰ পিছত তিনিওজন বন্ধুৰ বিদেশত ফুৰিবলৈ মন গ'ল। যাত্ৰাপথত খাবৰ বাবে তেওঁলোকে পিঠা আৰু "সাতু" (কড়াই) শুৰিৰ যোগাৰ কৰিলে। তাৰ পিছত সিহঁত ঘোঁৰাত উঠি যাত্ৰা আৰম্ভ কৰিলে।

এইদৰে গৈ থাকোঁতে তেওঁলোক এখন বহু পুৰণি হাবিত সোমালগৈ। সন্ধ্যা হোৱাত এজনে ক'লে— "ফুল, আজি আমি এই বৰগছজোপাৰ তলতে ৰাতিটো কটাব লাগিব।" ৰাতি থকাৰ সিদ্ধান্ত হোৱাত সিহঁতে ঘোঁৰাবোৰক গছত বান্ধি ঘাঁহ-পাতৰ জোগাৰ কৰি দিলে। খোৱা-বোৱাৰ পিছত দুজন বন্ধু শুই পৰিল আৰু সদাগৰৰ পুতেকজন পহৰা দি থাকিল। সি মনে মনে বিচনাত দীঘল দি পৰি আছিল। এনে সময়তে পৃথিৱীৰ য'ত-ত'ত ঘুৰি-পকি আহি বিধি আৰু বিধান্তাই সেই গছৰজোপাৰ ডালতে বহি ক্ষন্তেকৰ বাবে জিৰাইছিল।

গছৰ তলত শুই থকা তিনিজন ডেকালৈ চাই বিধান্তাই বিধিক সুধিলে- "এই ডেকা কেইজননো ক'ৰ পৰা আহি ইয়াত আছেহি?"

"এই ডেকাবোৰ," বিধিয়ে উত্তৰ দিলে, "এওঁলোক দূৰ-বিদেশ ভ্ৰমণ কৰিবলৈ ওলাইছে।" বিধিয়ে আকৌ ক'লে, "ইহঁতৰ ভিতৰৰ এজন হ'ল কুলীন ব্ৰাহ্মণৰ পুতেক আৰু এই ল'ৰাটো কেবাটাও ভয়ানক বিপদৰ সন্মুখীন হ'ব লাগিব।" কথাষাৰ শুনি বিধান্তাৰ বৰ দুখ লাগিল আৰু কি কি বিপদৰ সন্মুখীন হ'ব লাগিব বিৱৰি ক'বলৈ বিধিক অনুৰোধ জনালে।

ব্ৰাহ্মণৰ সন্তানে কি কি বিপদত পৰিব লগা হ'ব, বিধিয়ে ক'বলৈ আৰম্ভ কৰিলে -"যিটো ঘোঁৰা সি বান্ধি থৈছে সেই ঘোঁৰাটো খুলিবৰ সময়তে তাক



লথিয়াব আৰু তাৰ ফলত সি মৰিব লাগিব। দ্বিতীয় বিপদটো হ'ল যে সিহঁত এই ঠাই এৰি গৈ য'ত জিৰণী ল'ব সেই ঠাইত আহাৰ খাঁওতে তাৰ ডিঙিত বেজী এটাই বিন্ধিব। ফলত সি মৃত্যুৰ মুখত পৰিব লাগিব। যদিহে দৈব্যক্ৰমে এই দুয়োটা দুৰ্ঘটনাত সি বাচি যায় তেতিয়াও সি বিপদমুক্ত নহ'ব। কিয়নো ইয়াৰ পিছৰ যাত্ৰাত সিহঁত তিনিও খৰস্ৰোতা নদীৰ ওপৰত থকা এখন পুৰণা দলং পাৰ হঁওতে ঠিক যেতিয়া সি দলঙৰ মাজভাগ পাবগৈ তেতিয়াই দলংখন ভাঙি পৰিব আৰু ল'ৰাটোৱে নিৰ্ঘাত মৃত্যুক সাবটি ল'ব লগা হ'ব।"

তজবজীয়া ডেকা ল'ৰাজনৰ জীৱনলৈ আহিব ধৰা ভয়ানক বিপদসমূহ আৰু তাৰ ফলতে তাৰ জীৱনৰ চিৰদিনৰ প্ৰদীপ নিৰ্বাপিত হৈ যাব বুলি জানিব পাৰি বিধান্তাৰ অন্তৰখন দুখেৰে ভৰি পৰিল। সেয়ে ডেকাজনে সম্ভাব্য মৃত্যুৰ পৰা ৰক্ষা পোৱাৰ কিবা উপাই আছে যদি বিধান্তাই বিধিক ক'বলৈ খাটনি ধৰিলে।

"উপাই নোহোৱা নহয়।" বুলি বিধিয়ে আৰম্ভ কৰিলে। প্ৰথমে বিপদৰ পৰা হাত সাৰিবলৈ হ'লে ল'ৰাটোৱে ঘোঁৰাতো সি নিজ হাতে নুখুলি আনৰ দ্বাৰাই খোলাব লাগিব। পিছৰ বিপদটো তাৰ ডিঙিত বেজী নালাগিবলৈ হ'লে, সেইদিনা সি আহাৰ গ্ৰহণ কৰিব নালাগিব। তাৰ ভাগৰ খাদ্য-দ্ৰব্যখিনি সি দলিয়াই পেলাব লাগিব। তৃতীয় বিপদৰ পৰা পৰিত্ৰাণ পাবলৈ হ'লে সি কেনিও নোচোৱাকৈ বিজুলী বেগেৰে ঘোঁৰা চেঁকুৰাই একে উশাহে নৈৰ ওপৰত থকা দলংখন পাৰ হ'ব লাগিব। যদিহে সি দলঙৰ ওপৰত পুনৰ বাৰ উশাহ ল'ব খোজে তেন্তে সি মৃত্যুৰ পৰা কোনোপধ্যে হাত সাৰিব নোৱাৰিব।

কিন্তু ইমানখিনিৰ পিছতো ল'ৰাটোৰ বাবে আন এটা মৰণ ফান্দ অপেক্ষা কৰি থাকিব। সেইটো হৈছে যে কৈ অহা আটাইবোৰ বিপদ নেওচি সিহঁত গৈ গৈ এখন অটব্য অৰণ্যত প্ৰৱেশ কৰিবগৈ। সেই অৰণ্যত এজন ৰাক্ষস বাস কৰে। নৰমাংস ভক্ষণ তাৰ দৈনন্দিন নিয়ম। তিনিওজন বন্ধুৰ ভিতৰত ব্ৰাহ্মণৰ ল'ৰাই তাৰ হাতত ধৰা পৰিব। ৰাক্ষসটোয়ে তাৰ চকু কাঢ়ি, আঁঠুৰ ঘিলা উলিয়াই অতি নিৰ্দয়ভাৱে তাক বধ কৰি তাৰ মাংস ভক্ষণ কৰিব।

এই বিপদৰ পৰা ৰক্ষা পাবলৈ কিবা উপাই আছে নেকি বুলি সোধা বিধান্তাৰ প্ৰশ্নৰ উত্তৰত বিধাতাই কয় যে ৰাক্ষসৰ একমাত্ৰ জীয়েকক যদি ল'ৰাটোৱে ফুচুলাব পাৰে তেতিয়াহ'লে, সেই যাত্ৰাটোত সি বাচি যাব পাৰিব। ইয়াৰ পিছত বিধি-বিধান্তাই সেই ঠাই এৰি ক'ৰবাৰ অজান মুলুকলৈ গুচি যায়গৈ।

বিধি-বিধান্তাৰ সকলো কথা শুনি সদাগৰৰ পুতেক নীৰৱে থাকিল।

ৰাতিপুৱা যাত্ৰা আৰম্ভ কৰাৰ সময়ত ব্ৰাহ্মণৰ পুতেকক সি নিজৰ ঘোঁৰাটো খুলিবলৈ দিলে আৰু তাৰ ঘোঁৰাটো নিজে খুলি দিলে। দুপৰীয়া খাবৰ সময়ত ব্ৰাহ্মণৰ পুতেকৰ খোৱাবস্তুখিনি সি খুজি লৈ হাবিৰ ফালে দলিয়াই দিলে। বন্ধুৰ এনে কাৰ্যত ব্ৰাহ্মণৰ পুতেকৰ অতিপাত খং উঠিছিল যদিও সদাগৰৰ পুতেকে নিজৰ খাদ্যবস্তুখিনি খাবলৈ দিয়াত তাৰ খং প্ৰশমিত হয়। এইদৰে দুটা নিশ্চিত মৃত্যুৰ পৰা সি ৰক্ষা পৰিল। অৱশেষত গৈ গৈ তেওঁলোক তিনিও সেই অভিশপ্ত দলংখন পালেগৈ।

"ফুল, একে উশাহে ঘোঁৰা চেঁকুৰাই দলং পাৰ হ'ব পাৰিবানে?" সদাগৰৰ পুতেকে ব্ৰাহ্মণৰ পুতেকক সুধিলে। অনায়াসে পাৰিম বুলি কৈ ব্ৰাহ্মণৰ পুতেক সকলোৰে আগতে একে উশাহে দলং পাৰ হ'ল। ফলত সেইবাৰো সি নিশ্চিত মৃত্যুৰ পৰা ৰক্ষা পৰিল।

গধূলি পৰত সিহঁত তিনিও গৈ গৈ এখন গাঁৱত প্ৰৱেশ কৰে। ভোকত পেট কলমাই থকাত তিনিও গাঁওখনৰ তিনিফালে খোৱাবস্তু বিচাৰি গ'ল। ব্ৰাহ্মণৰ পুতেকে খাদ্য বিচাৰি গৈ ভুলবশতঃ এটা ৰাক্ষসৰ গৃহত প্ৰৱেশ কৰে। সেই সময়ত ৰাক্ষস আৰু ৰাক্ষসৰ ৰাণী ঘৰত নাছিল। ঘৰত থকা সিহঁতৰ একমাত্ৰ জীয়েকক সি খোৱাবস্তু বিচৰাৰ লগে লগে ঘৰৰ দুৱাৰ বন্ধ কৰি তাক বন্দী কৰিলে আৰু মাক-বাপেক আহিলে সিহঁত আটায়ে কিদৰে জুতি লৈ লৈ তাৰ মাংস খাব সেইকথা তাক বেৰখনৰ সিপাৰৰ পৰাই জানিবলৈ দিলে। ৰাক্ষসৰ ঘৰত বন্দী হোৱাত তাৰ বৰ ভয় লাগিল আৰু কিছু সময়ৰ পিছত হ'ব লগা তাৰ আসন্ন মৃত্যুৰ কথা জানিব পাৰি ভয়তে তাৰ জীউ উৰি গ'ল।

তেনে সময়তে ৰাক্ষস-তনয়াই তাক সুধিলে, "হেৰা ডেকা ল'ৰা ! তুমি দেখাই-শুনাই বৰ ধুনীয়া আৰু মৰম লগা। তুমি বাৰু মোক বিয়া কৰাবানে? যদিহে মোক বিয়া কৰাম বুলি কথা দিয়া তেন্তে তোমাক বচাবলৈ মই চেষ্টা কৰিম।"

বাটত ক'ৰবাত ৰাক্ষসৰ ঘৰত বন্দী হ'ব লগা হ'লে ৰাক্ষসৰ জীয়েকক বিয়া পতাৰ লোভ দেখুৱাই প্ৰাণটো বচাব পাৰি বুলি সদাগৰৰ পুতেকে কোৱা কথাখিনি ব্ৰাহ্মণৰ পুতেকৰ মনত পৰিল। সি তৎক্ষণাত প্ৰস্তাৱ আগবঢ়োৱা ৰাক্ষস-তনয়াক বিয়া পাতিবলৈ সন্মতি প্ৰকাশ কৰে।

ৰাক্ষসৰ জীয়েকে ব্ৰাহ্মণৰ পুতেকৰ গোটেই গাত কপাহ মেৰিয়াই ভিতৰৰ কোঠাত সুমুৱাই ধানৰ ডুলিত ঢাকি থ'লে। ইতিমধ্যে ৰাক্ষস-ৰাক্ষসিনী আহি ঘৰৰ ভিতৰ সোমাল। ঘৰৰ ভিতৰত মানুহৰ গোন্ধ পাই সিহঁতহালে,



জীয়েকক সুধিলে, "ঘৰৰ ভিতৰত মানুহৰ গোন্ধ ক'ৰ পৰা আহিছে?" এনেকুৱা গোন্ধ একমাত্ৰ মানুহৰ বাহিৰে আনৰ পৰা কেতিয়াও আহিব নোৱাৰে বুলি জীয়েকক বাৰে বাৰে সুধি থকাত তাই কলে- "মা আৰু দেউতা তোমালোকে মোক সৰুতে মানুহৰ ঘৰৰ পৰা ধৰি লৈ আহিছা। মোক তোমালোকে নাখাই পোহপাল দি ইমান ডাঙৰ কৰিলা। এইখন ঘৰৰ মোৰ বাহিৰেনো আৰু কোন মানুহ থাকিব পাৰে। খাব খুজিছা যদি 'চিধা-চিধি' নোকোৱানো কিয়? সেইবুলি কোৱাত ৰাক্ষস দম্পতী মনে মনে থাকিল। পিছে মানুহৰ গাৰ গোন্ধটোৰে তাহাঁতক বৰকৈ আমনি কৰাত ঘৰৰ বাহিৰে-ভিতৰে মানুহ বিচাৰি চলাথ কৰিলে যদিও সিহঁতে ধানৰ ডুলিৰ ভিতৰত লুকুৱাই ৰখা ব্ৰাহ্মণৰ পুতেকক হ'লে কোনোমতে বিচাৰি উলিয়াব নোৱাৰিলে।

পিছদিনা ৰাক্ষস-ৰাক্ষসিনী পুনৰ চিকাৰ কৰিবলৈ ওলাই গ'ল ।

ৰাক্ষসৰ "পস্বেটী" (তোলনীয়া জীয়েক)য়ে ব্ৰাহ্মণৰ যুৱকৰ প্ৰেমত পৰিল। সেয়ে ৰাক্ষস-ৰাক্ষসিনীক প্ৰাণে মাৰিবৰ বাবে তাই যুৱকক বুদ্ধি শিকাই দিয়ে ।

শিকনিমতে যুৱকে এটা "ফাৰ্চা" (পৰশুৰাম কুঠাৰ) লৈ এজোপা গছৰ আঁৰত লুকাই থাকিল। মুনিচুনি বেলিকা ৰাক্ষস-ৰাক্ষসিনী আহি যেতিয়া সেই গছজোপাৰ গুৰিত জিৰাবলৈ বহিছিল তেতিয়াই ছেগ চাই ব্ৰাহ্মণ-তনয়ে দুয়োকে পৰশুৰামৰ কুঠাৰেৰে কাটি দুছেও কৰিলে। পাপী ৰাক্ষস-ৰাক্ষসিনীৰ তেনেকৈয়ে অন্ত পৰিল।

আন দুজন বন্ধুৱে বিচাৰি গৈ ৰাক্ষসৰ ঘৰতে ব্ৰাহ্মণৰ পুতেক আৰু ৰাক্ষসৰ তোলনীয়া জীয়েকক লগ পালে। পুনৰ মিলন ঘটাত তিনিও 'ফুল' আৰু ৰাক্ষসৰ জীয়েকে বৰ আনন্দ পালে। ইমানদিনে ৰাক্ষসে খোৱা মানুহবোৰৰ গহনা-পাতিৰে ৰাক্ষসৰ ঘৰৰ কোঠা এটি ভৰি আছিল। সেইবোৰ সোণ-ৰূপৰ আ-অলঙ্কাৰ সিহঁত তিনিও ভগাই ল'লে আৰু সেই দীপলিপ কন্যাগৰাকীৰ লগত ব্ৰাহ্মণৰ পুতেকৰ শুভ বিবাহকাৰ্য বন্ধু দুজনে সু-সম্পন্ন কৰি দিয়ে । তাৰ পিছত আটায়েই আনন্দ মনেৰে নিজৰ নিজৰ ঘৰলৈ উলটি আহে।

"এতনেতা ৰহঃহালঃ গ' কাহ্নিটা।"

"হামৰ কাহ্নি সিৰাই গেল

ঢেকীয়া শাগ বুঢ়াই গেল।"

# বেঁও সমান দীঘল চুইল কে ৰাণী

প্ৰবাদ মতে কোনো এখন অৰণ্য দেশত এজন ৰাক্ষস ৰজা আছিল। তেওঁ অপাৰ ধন-সম্পত্তি আৰু ঐশ্বৰ্য-বিভূতিৰ মালিক আছিল। উত্তৰাধিকাৰী হিচাপে তেওঁৰ একেজনী মাত্ৰ ছোৱালী আছিল। ৰাক্ষসৰ তনয়া হ'লেও তাইৰ স্বভাৱ-চৰিত্ৰ সৎ আৰু সুশৃঙ্খলিত হোৱা বাবে তেওঁক ৰাক্ষসৰ শাৰীত নধৰি সৰ্বগুণসম্পন্না এগৰাকী মানৱী বুলিহে ক'ব পাৰি।

ৰজা নিজে ৰাক্ষস হ'লেও জীয়েকক ৰৰকৈ মৰম কৰিছিল। সেয়ে জীয়েকক তেওঁ মণি-মৰকত, সোণ-ৰূপ, কাপোৰ-কানি আদি একোৰে অভাৱ অনুভৱ হ'বলৈ দিয়া নাছিল । আনহে নালাগে নদীৰ যিটো ঘাটত জীয়েকে গা ধুইছিল, সেই ঘাটটোও ৰজাই সোণেৰে বন্ধাই দিছিল।

ৰাক্ষসৰ ৰজাই দিনত মানুহ ধৰিবলৈ প্ৰায়েই ৰাজঅট্টালিকাৰ পৰা বহু দূৰলৈ ওলাই যায়। দিনান্তত ৰজাই এটা বা দুটা নৰমনিচ ধৰি লৈ আহে আৰু হত্যা কৰি তাহাঁতৰ মাংস ভক্ষণ কৰে। নৰহত্যা আৰু নৰমাংস ভক্ষণ এই দুটা কথা অৱশ্যে ৰাক্ষসটোৱে ঘুণাক্ষৰেও নিজৰ জীয়েকক জানিবলৈ দিয়া নাছিল।

এবাৰ ৰাক্ষসটোৱে এজন স্বাস্থ্যবান যুৱকক ৰাতিৰ আহাৰৰ বাবে ধৰি লৈ আহে। কিন্তু দুৰ্ভাগ্যবশতঃ ৰাজকাৰেঙত প্ৰৱেশ কৰোঁতে জীয়কৰ লগত দেখা-দেখি হয়। সেই পাণ্ডৱবৰ্জিত দেশত এজন ডেকা অহা বাবে জীয়েকে বৰ ভাল পালে। তেওঁৰ লগ দিব বুলি অনা হৈছে ভাবি তাই বাপেকক প্ৰশংসা কৰিলে আৰু ৰাতিৰ আহাৰ একেলগে খোৱাৰ প্ৰস্তাৱ দিয়াত বাধ্যত পৰি ৰাক্ষসটোৱে সিদিনা মানুহ খোৱাৰ পৰা বিৰত থাকিব লগা হ'ল।

ৰাক্ষস কন্যাৰ বধ্য মানৱ ডেকাৰ লগত এটা মধুৰ সম্পৰ্ক গঢ়ি উঠিল। যদিও ডেকাজনে সুবিধা পোৱা মাত্ৰকে পলাই যাবলৈ চেষ্টা কৰিছিল যদিও ৰাক্ষসৰ জীয়েকৰ সতৰ্ক দৃষ্টিৰ বাবে সি পলাব পৰা নাছিল। কোনোমতে



ফলৱতী হ'ব নোৱৰাত সি ৰাক্ষস-কন্যাক বাপেকে মানুহে খোৱাৰ গোটেই কথাখিনি ভাঙি-পাতি ক'লে। প্ৰথমতে বাপেকে যে মানুহৰ মাংস খাই সেইটো তাই বিশ্বাস কৰিবকে পৰা নাছিল। কিন্তু অকস্মাতে ৰাজউদ্যানৰ একাষৰ গাঁত এটাত মানুহৰ লাওখোলা, জকা আৰু চুলি আদি দেখিবলৈ পাই তাই ডেকাৰ কথাত পতিয়ন গ'ল। ইতিমধ্যে তাই ডেকাজনক ভাল পাই পেলাইছিল। সেয়ে ৰাক্ষস বাপেকক প্ৰাণে মাৰিবৰ বাবে তাই নিজেই ডেকাজনক পৰামৰ্শ দিয়ে। পৰামৰ্শ অনুযায়ী মাটিৰ চৌকা এটা খান্দি ডাঙৰ চৰিয়াত পানী উতলাই ৰখা হ'ল। সন্ধ্যা ৰাক্ষসজন আহি পোৱাত ডেকাই উতলা পানীৰ সেই চৰিয়াত পেলাই তাক বধ কৰে।

ছোৱালীজনীয়ে ডেকাজনক ভাল পালেও সি তাইক সমূলি ভাল পোৱা নাছিল। ৰাক্ষসৰ কবলৰ পৰা নিজৰ জীৱন বচাব পাৰি সি ঘৰলৈ প্ৰত্যাবৰ্তন কৰিবলৈ উদ্‌বাউল হৈ পৰিল। সেইদিনাই গভীৰ ৰাতি সি ৰাজকুমাৰীৰ চকুত ধূলি মাৰি নিজৰ ঘৰমুৱা হয়। ৰাতিপুৱা ডেকাজনক দেখা নাপাই ৰাজকুমাৰীয়ে চাৰিওফালে বিচাৰি চলাথ কৰে। কিন্তু ডেকাৰ টিকনিডালো তাই বিচাৰি উলিয়াব নোৱাৰিলে।

বনৰ মাজত থকা ৰাজপ্ৰাসাদৰ অন্তেষপুৰতে অকলশৰে ৰাজকুমাৰীয়ে কাল কটাবলৈ ধৰিলে। তেনে সময়তে ক'ৰবাৰ পৰা আন এজন ৰাক্ষস আহি সেই ৰাজপ্ৰাসাদটো অধিকাৰ কৰি লয়। ৰাক্ষসটোৱে ৰাজকুমাৰীকো বন্দী কৰে। বন্দিনী ৰাজকুমাৰীয়ে অনেক অনুনয়-বিনয় কৰাৰ পিছত দয়া পৰৱশ হৈ ৰাক্ষসটোৱে তাইৰ সোণ খটোৱা নদীৰ ঘাটত গা ধুবলৈ অনুমতি দিছিল। তাই মৰীচিকাৰ দৰে পায়ো হেৰুওৱা ডেকাজনৰ বিষয়ে আৰু নিজৰ বন্দী অৱস্থাৰ কথা ভাবি বিষন্ন মনেৰে নদীৰ ঘাটত গা ধুইছিল। নিজৰ বন্দী অৱস্থাৰ অৱসান ঘটাই মুক্তি লাভৰ আশাত এদিনাখন তাই নিজৰ এডাল চুলি ছিঙি সোণৰ টেমাত বন্ধ কৰি ৰূপৰ নাৱত ভৰাই নদীৰ পানীত উটোৱাই দিয়ে।

নদীত গা ধুই থাকোঁতে ভাটী দেশৰ এজন ৰজাই পানীত উটি অহা সেই নাওখন দেখা পায়। তেওঁ সাঁতুৰি গৈ নাওখন ধৰি পাৰলৈ তুলি আনে। অতি আলফুলে সোণৰ টেমাতো খোলাত ৰজাই মাত্ৰ এডাল চুলিহে পালে। চুলিডাল মেলি ধৰাত বাৰ হাত দীঘল হ'ল। ৰজা বৰ আচৰিত হ'ল। যাৰ চুলি বাৰ ফুট দীঘল সেই মানুহগৰাকী কিমান ধুনীয়া হ'ব পাৰে, সেইকথা ভাবি ৰজা বৰ আপ্লুত হয়। আচৰিত দীঘল চুলিৰ ছোৱালীজনীকে বিয়া পাতিবলৈ ৰজাই সংকল্প লয় আৰু তাইক কিদৰে লাভ কৰিব পাৰি সেই চিন্তাত

ৰজা নিমগ্ন হয়।

ৰজাই ছোৱালীজনীক বিচাৰি আনিবৰ বাবে ৰাজ্যৰ চাৰিওফালে চোৰাংচোৱা নিয়োগ কৰিলে। কোনেও সেইগৰাকী ৰাজকুমাৰীৰ শুংসূত্ৰ উলিয়াব নোৱৰাত ৰজাই ৰাজ্যখনত থকা আটাইবোৰ "বঢ়ি" ক (বাঢ়েক) মতাই অনালে। ৰাজআজ্ঞা উলঙঘন কৰাৰ ক্ষমতা কোনো এজন মিস্ত্রিৰে নাছিল। সেয়ে ৰজাৰ আদেশ শিৰোধাৰ্য কৰি সকলো আহি ৰাজসভাত উপস্থিত হয়।

কাঠমিস্ত্রিসকলক এটা "উৰণ-খাটেলা" (উৰণীয়া খাটিয়া) সাজিবৰ বাবে ৰজাই কঢ়া নিৰ্দেশ দিয়ে। যিজনে তেনে এখন খাটেলা সাজি দিব পাৰিব সেইজনক ৰজাই নিজৰ ওজনৰ সমান সোণ-ৰূপ দিবলৈ অঙ্গীকাৰ কৰি ঘোষণা জাৰি কৰালে। আনহাতে যদিহে তেনে এখন খাটিয়া সাজি দিব নোৱাৰে তেন্তে সকলো কাঠমিস্ত্রিকে নিৰ্বাসন দণ্ড বিহাৰ কথাও ঘোষণা কৰালে। পিছে ফল একো নধৰিল। কিয়নো কোনো এজন বাঢ়িয়েই ৰজাই বিচৰা ধৰণৰ "উৰণ খাটেলা" সাজি দিব নোৱাৰিলে। ফলত ৰাজ্যত থকা সকলো বাঢ়েকে নিৰ্বাসন দণ্ড বিহি ৰাজ্যৰ বাহিৰলৈ খেদি পঠিওৱা হয়।

ছোৱালীজনীক বিচাৰি নোপোৱা বাবে ৰজাৰ মনত শান্তি নাইকিয়া হ'ল। ৰাতিও তেওঁৰ টোপনি নধৰা হয়। হঠাৎ এদিন ৰজাৰ পোহনীয়া পাৰ চৰাইলৈ মনত পৰিল। পাৰ চৰাইটো এলাপেচা বিধৰ নহয়। সি মানুহৰ কথা বুজি পাই, মানুহৰ দৰে কথা ক'ব পাৰে আৰু বহু দূৰ-দূৰণিৰ পৰা খবৰ সংগ্ৰহ কৰিব পাৰে। ৰজাই পাৰ চৰাইটো সজাৰ পৰা খুলি আনি তেওঁৰ অন্তৰৰ বেদনাৰ কথাখিনি বুজাই ক'লে আৰু যিকোনো প্ৰকাৰে সেই ছোৱালীজনীৰ খবৰ আনিবলৈ খাটনি ধৰিলে।

ৰজাৰ "পয়গাম" লৈ পাৰ চৰাইটো আকাশ মাৰ্গলৈ উৰা মাৰিলে। এমাহ এদিন যোৱাৰ পিছত পাৰ চৰাইটোৱে ছোৱালীজনীৰ বাতৰি আনি ৰজাক ক'লেহি— "ৰজা! বাট-পথ নোহোৱা দূৰৈৰ ডাঠ হাবিৰ মাজত এটা জকমকীয়া ৰাজমহল আছে। সেই ৰাজমহলৰ ভিতৰতে ছোৱালীজনী বাস কৰে। কিন্তু সেইখন ৰাক্ষসৰ দেশ। তদুপৰি বনৰীয়া জীৱ-জন্তু আছেই। গতিকে তালৈ যোৱা সম্ভৱপৰ নহ'ব।"

পাৰ চৰাইৰ কথা শুনি ৰজাই বৰ বেজাৰ পালে। ৰজাই কোনোমতে ছোৱালীজনীক পাহৰিব নোৱৰা হ'ল। তাইৰ চিন্তাতে নাখাই-নবই ক্ৰমান্বয়ে শুকাই-ক্ষীণাই যাবলৈ ধৰিলে। কিদৰে ছোৱালীজনীক আনিব পৰা যায় তাৰ



চিন্তাতে ৰজাই দিন কটাবলৈ ধৰিলে।

ৰাজ্যৰ পৰা নিৰ্বাসিত দুজন বাঢ়েয়ে নিজৰ ভাগ্যকে দুষী অজান ঠাইলৈ গৈ আছিল। ক'ত যে যাব আৰু কি কৰি অচিনাকী দেশত সংসাৰ চলাব সেই চিন্তাত সিহঁত তেনেই জুৰুলা হৈ পৰিছিল। ভৰ দুপৰীয়া ৰ'দৰ তাপত তাপিত শ্ৰান্ত-ক্লান্ত আৰু ভোকাতুৰ বাঢ়ৈ দুজন এজোপা গছৰ ছাঁয়াত ক্ষন্তেক জিৰাইছিল। গছজোপাৰ ওপৰৰ পাতৰ মাজৰ মিহি ডালত এহাল চৰায়ে বাঁহ সাজি পোৱালি জগাইছিল। চৰাইহালে পোৱালিক খুৱাবৰ বাবে ঠোঁটেৰে মাছ ধৰি আনিছিল। পোৱালিকেইটাক মাছ খুৱাবলৈ লওঁতে সিহঁতে মাক-বাপেকক ক'লে— "আমাৰ গছজোপাৰ গুৰিত এহাল ভাগৰুৱা ভোকাতুৰ পথিক বহি আছে। তেওঁলোকৰ বাবে এটা মাছ তললৈ পেলাই দিয়া। তেহে আমি খাদ্য খাম।"

চৰাই পোৱালিহালৰ কথা মতে সিহঁতৰ পিতৃ-মাতৃয়ে এটা মাছ গছজোপাৰ গুৰিলৈ পেলাই দিলে। জুই জ্বলাব পৰা জুইকাঠীও সিহঁতৰ বাঁহৰ পৰা তললৈ পেলাই দিলে। সেই কাঠিৰে জুই জ্বলাই মাছটো পুৰি খাই পথিক দুজনে পেটৰ ভোক গুচালে।

দুজন নৰ-মনীষৰ পেটৰ ক্ষুধা নিবাৰণ কৰি চৰাই পোৱালী দুটাই বৰ আনন্দ পালে। পিছে মানুহ দুজন মন মাৰি থকা দেখি সিহঁতহালে পুনৰাই মাক-বাপেকক কুটৰিবলৈ ধৰিলে। নিজৰ সন্তানৰ কথা পেলাব নোৱাৰি চৰাইহালে মানুহ দুজনক প্ৰশ্ন কৰিলে— "তোমালোক ক'ৰ পৰা আহিছা আৰু কিয় মন মাৰি বহি আছা?"

মানুহ দুজনে উত্তৰ দিলে— "আমি প্ৰেম পাগল ৰজাৰ দেশৰ পৰা আহিছোঁ। ৰজাই আমাক বিনা দোষত দেশান্তৰিত কৰিছে। সেয়ে আমি এতিয়া ক'ত যাম আৰু কি খাই জীয়াই থাকিম সেই চিন্তাত আমাৰ পেটতে হাত-ভৰি লুকাইছে। চৰাইহালে পুনৰাই ক'লে, "নিশ্চয় তোমালোকে কিবা জগৰ লগাইছা। বিনা দোষত দেশৰ পৰা বাহিৰ কৰিবনে? হয় তোমালোকে কথা লুকুৱাইছা নহয় আমাক মিছা কথা কৈছা। হয়নে নহয়?"

কি কাৰণেনো তেওঁলোকক দেশৰ পৰা খেদি পঠালে গোটেই কাহিনীটো মানুহ দুজনে চৰাইহালক জনালে।

চৰাইহালে ক'লে, "চিন্তা নকৰিবা। উৰণ খাটেলা সজাটো একো টান কাম নহয়। তোমালোকে এই গছজোপাৰ পৰা ডাল এটা কাটি লৈ যোৱা আৰু তাৰ দ্বাৰাই সজা উৰণ খাটেলা আকাশপথত অনায়াসে উৰিব পাৰিব।"

বিহঙ্গম যুগলৰ কথা শুনি বাঁঢ়ে দুজনে হাততে স্বৰ্গ ঢুকি পোৱা যেন পালে। পৰমেশ্বৰ তেওঁলোকৰ প্ৰতি সুপ্ৰসন্ন হৈ কৰুণাৰ চকুৰে চাইছে বুলি মনতে ভাবি সিহঁতে গছৰ ডাল কটাত লাগিল। কেইদিনমানৰ ভিতৰতে তেওঁলোক দুজনে উৰণ খাটেঁলা সাজিলে আৰু সেইখন খাটেঁলাতে উঠি দুয়ো ৰজাৰ ৰাজপ্ৰাসাদৰ প্ৰাঙ্গণত অৱতৰণ কৰিলেহি।

দুয়োজন বাঁঢ়েয়ে নৱ-নিৰ্মিত উৰণ খাটেঁলাটো ৰজাৰ হাতত সপি দিয়ে। ঈপ্সিত বস্তু লাভ কৰি ৰজা বৰ আনন্দিত হয় আৰু দুয়োজন বাঁঢ়েক ৰাজভঁৰালৰ পৰা ধন-সোণ উপঢৌকন স্বৰূপে আগবঢ়ালে।

উৰণ খাটেঁলা পোৱাৰ পিছত ৰজাই পাত্ৰ-মন্ত্ৰীসকলৰ লগত আলাপ-আলোচনা কৰিলে। পিছে দীঘল চুলিটাৰিৰ ৰাজকুমাৰীক অনাৰ উপযুক্ত লোক ৰজাই তেওঁলোকৰ মাজত বিচাৰি নেপালে। শেষত প্ৰধান মন্ত্ৰীৰ পৰামৰ্শ মতে ৰজাৰ ফুলনিত কাম কৰা মালিনী বুঢ়ীক মাতি অনা হ'ল। ৰজাই মালিনী বুঢ়ীক ক'লে, "মালিনী মা! তুমি উৰণ খাটেঁলাত উঠি অৰণ্য দেশলৈ যোৱা আৰু 'দুনিয়াৰ' ভিতৰতে দীঘল চুলিৰ ৰাজকুমাৰীক চলে-বলে-কৌশলে ধৰি লৈ আহা। মই ৰাজকুমাৰীক পাটমাদৈ কৰি ৰাখিম।"

মালিনীয়ে ক'লে, "মই যাবলৈ সম্পূৰ্ণ সাজু আছো। উৰণ খাটেঁলা আনি দিয়া। ৰাজকুমাৰীক মই আনিমেই। যদিহে আনিব নোৱাৰো, মই আৰু এই ৰাজ্যত মুখ দেখুৱাবলৈ নাহো।

উৰণ খাটেঁলাত উঠি মালিনী বুঢ়ী আকাশ পথেৰে অৰণ্য দেশলৈ যাত্ৰা আৰম্ভ কৰিলে। শীঘ্ৰেই বুঢ়ী গৈ অৰণ্য দেশ পালেগৈ। ৰাজকুমাৰীয়ে নদীৰ যি ঘাটত গা ধুৱে সেই ঘাটৰ কিছু গভীৰলৈ উৰণ খাটেঁলাখন পানীৰ মাজত লুকুৱাই থ'লে। তাৰ পিছত তেওঁ ৰাজপ্ৰাসাদলৈ গৈ ৰাজকুমাৰীক লগ ধৰি ক'লে, "ৰাজকুমাৰী! মই বহু দূৰৰ পৰা তোমাক চাবলৈ আহিছোঁ। তোমাৰ পিতাৰাৰ লগত মোৰ জনা-শুনা আছিল। তেওঁৰ মৃত্যুৰ খবৰ পাই মই বৰ দুঃখিত। সেয়ে তোমাৰ খা-খবৰ ল'বলৈ আহিছোঁ। পিছে বহুদূৰ বাট অহা বাবে মোৰ বৰ ভাগৰ লাগিছে। পথৰ ক্লান্তি দূৰ কৰিবলৈ সেয়ে গা-ধুৱাৰ প্ৰয়োজন অনুভৱ কৰিছো। তুমি কিবা সহায় কৰিব পাৰিবানে?"

ৰাজকুমাৰীয়ে মালিনী বুঢ়ীক গা ধুবলৈ নদীৰ ঘাটলৈ লৈ যায়। বুঢ়ীয়ে গা ধুই থাকোঁতে ৰাজকুমাৰীকো গা ধুবলৈ মতাত তেৰোঁ পানীৰ মাজলৈ নামি যায়। বুঢ়ীয়ে কৌশল কৰি গৈ পানীত লুকুৱাই ৰখা উৰণ খাটেঁলাত বহি



ৰাজকুমাৰীক ক'লে, "এইখিনিতে পানীৰ মাজত এটা অতি আৰামদায়ক বহাৰ 'জেগা' আছে। তুমিও মোৰ লগতে বহিবা আহা।"

বুঢ়ীৰ কূট-কৌশলৰ একো ভু-ভুটুং নোপোৱা সৰল চিতিয়া আজলী ৰাজকুমাৰীয়ে গৈ বুঢ়ীৰ লগতে উৰণ খাটেঁলাত বহিল। বহাৰ লগে লগে উৰণ খাটেঁলা উৰিবলৈ ধৰিলে। অতি কম সময়ৰ ভিতৰতে বুঢ়ী আহি নিজৰ দেশ পায়হি আৰু ৰাজকুমাৰীক ৰজাৰ হাতত অৰ্পণ কৰেগৈ।

গভীৰ প্ৰত্যাশাৰ পিছত ৰাজকুমাৰীক লাভ কৰি ৰজা আনন্দত আত্মহাৰা হয়। অনেক ধন-সোণৰ উপৰি বুঢ়ীক ৰজাই নিজ ৰাজ্যৰ কিছু অংশ উপহাৰ হিচাপে দিয়ে। অতি ধুম-ধামেৰে অৰণ্য দেশৰ ৰাজকুমাৰীৰ লগত ৰজাই বিবাহকাৰ্য সম্পন্ন কৰে।

কোৱা হয় যে ৰজা আৰু ৰাণী বহুযুগ ধৰি মহা সুখ-শান্তিৰে বাস কৰিছিল আৰু প্ৰজাবৰ্গয়ো আনন্দৰ মাজত দিন অতিবাহিত কৰিছিল।

"হামৰ কাহ্নি শিৰাই গেল।"



# কুকুৰ কুমাৰী

ছোট নাগপুৰৰ কথা। সামন্ত শ্ৰেণীৰ মুণ্ডা ৰাজবংশত এটি নোহোৱা-নোপজা ঘটনা ঘটিল। এনে এটা অঘটন কিয় ঘটিবলৈ পালে সেই লৈ ৰাজ্যত সৰ্বত্ৰ আলোচনা চলিবলৈ ধৰিলে। ঘটনাটোৰ বিষয়ে যিয়ে শুনে সিয়েই লগে লগে মন্তব্য দিয়ে— "ছিঃ ছিঃ এনে কামনো ৰজাৰ পুতেকে কৰিব লাগেনে? যুৱৰাজ হ'ল বুলিয়েই.........। ছিঃ এনে কাম মানুহে কৰিব পাৰেনে?"

ৰাজকুমাৰে যিটো কাণ্ড কৰিলে তেনে কাৰ্য সংসাৰত বোধহয় কস্মিন কালেও কোনো জ্ঞান-বুদ্ধি থকা মানুহে কৰা নাই। এনে গৰ্হিত কাৰ্যৰ বাবে প্ৰজাবৰ্গই অকল ৰাজকুমাৰকে দোষ দিয়েই এৰা নাছিল। ৰাজ্যৰ ৰজা, ৰাজমাতা আৰু তেওঁলোকৰ পৰামৰ্শদাতা— সকলোকে সমালোচনা কৰিছিল। ৰজা, ৰজাৰ মানুহ, চিপাহী-চন্তৰী আদিয়ে নুশুনাকৈ আনকি প্ৰজাসকলে ৰাজকুমাৰৰ লগতে ৰাজ-পৰিয়ালৰ সকলোকে তিৰস্কাৰ কৰিবলৈকো কুণ্ঠাবোধ কৰা নাছিল।

ৰাজ্যৰ বুঢ়া-বুঢ়ীসকলে দুয়োখন হাতৰ তলুৱাৰে কপাল চপৰিয়াই মন্তব্য দিছিল, "হায়ৰে! হায়! অৱশেষত এনেহেন কুকৰ্মৰ কথাও শ্ৰৱণ-কীৰ্তন কৰিব লগা হ'ল। ভগৱানে আমাক মাৰি নিয়া হ'লেই ভাল আছিল। তেওঁলোকে নিজকে ধিক্কাৰ দি কৈছিল, "হায়! পাপিষ্ঠ আত্মা, মৰব নাই কৰহি।"

ৰাজ-পৰিয়ালত ঘটা অঘটনৰ খবৰ বনজুই বিয়পাদি চাৰিওফালে বিয়পি পৰিছিল। সেয়ে অতি কম দিনৰ ভিতৰতে ৰাজকুমাৰৰ কু-কীৰ্তিৰ কথা ৰাজ্যৰ চাৰিসীমাৰ বাহিৰ হৈ গৈছিল। প্ৰজা সাধাৰণে ৰাজ-পৰিয়ালৰ প্ৰতি কৰা কুৎসা-ৰটনাৰ খবৰ ৰজা আৰু ৰাজমাতাৰ কাণতো পৰিছিল। কিন্তু কৰিবনো কি? তেওঁলোকৰ একেটি মাত্ৰ সন্তান। নয়নৰ মণি, প্ৰাণৰ ধন। সেই পুত্ৰৰ 'জিদ', আব্‌দাৰ আৰু অনুৰোধ পেলাব নোৱাৰি এজনী কুকুৰৰ লগত বিবাহকাৰ্য সম্পাদন কৰি দিছিল। কথাটো ইমানেই।

কিন্তু সকলোৰে এটা সীমা আছে। সহ্য কৰাৰো। কথাতে কয় বোলে,



পাপৰ বোজা বৰ নোৱাৰি আই বসুমতীও মাজে-মধ্যে মূৰ জোকাৰে। ৰজা-ৰাণীতো মাটিৰ নহয়। তেজ-মঙহৰ মানুহ। প্ৰজাৰ মুখত, মিতিৰ-কুটুম আৰু প্ৰতিবেশী ৰাজ্যৰ সমপৰ্যায়ৰ ৰজাৰ মুখত তেওঁলোকৰ বিষয়ে কৰা কু-চৰ্চাৰ কথা শুনি শুনি ৰজা-ৰাণীয়ে আৰু সহ্য কৰিব নোৱৰা হ'ল। সেয়ে এটা হেস্ত-নেস্ত কৰিবলৈ ৰাজকুমাৰক ৰাজদৰবাৰত হাজিৰ হ'বলৈ ৰজাই নিৰ্দেশ দিয়ে।

ৰজাৰ হুকুম মানি পিছদিনা যথাসময়ত ৰাজকুমাৰ ৰাজদৰবাৰত উপস্থিত হয়।

**ৰজা :** যুৱৰাজ! তোমাৰ কৃতকৰ্মৰ বাবে ৰাজ-পৰিয়ালৰ আৰু আমাৰ ৰাজ্যৰ গ্লানি হৈছে। লাজত আমাৰ উচ্চ শিৰ নত হৈছে।

**ৰাণী :** আমি তোমাৰ বাবে বহুত সহ্য কৰিছো। ৰাজপুত্ৰই এজনী কুকুৰৰ লগত বিবাহ কৰাই ঘৰ-সংসাৰ পাতিছে— এই অপবাদ আমি আৰু কিমান দিন সহিব লাগিব? আমাৰ প্ৰতি তোমাৰ কোনো শ্ৰদ্ধা-ভক্তি অথবা কৰ্তব্য নাই নেকি?

পিতৃ-মাতৃৰ প্ৰশ্নৰ একো উত্তৰ দিব নোৱাৰি ৰাজকুমাৰ অধো বদনে দণ্ডায়মান হৈ বাওঁ ভৰিৰ বৃদ্ধা আঙুলিৰে মাথো ধৰিত্ৰীৰ বুকুত 'হিজি-হিজি' ৰেখা অঙ্কণ কৰিছিল। ৰাজকুমাৰে গৰুৱে ঘাঁহ পাগুলাৰ দৰে মনতে কথাবোৰ পাগুলি আছিল। – "হে ভগৱান। কিদৰে বুজাওঁ মই। মোৰ বিবাহিতা স্ত্ৰীগৰাকী যে কুকুৰ নহয়, এজনী দীপলিপ ধুনীয়া ছোৱালীহে, সেই কথা বুজাই ক'বলৈ মোৰ কোনো ভাষা নাই।' কিয়নো আজি এমাহেই হ'ল। প্ৰতি ৰাতিয়েই তাই.......। তথাপিতো কাকো মই বুজাব নোৱাৰো।"

ৰাজকুমাৰক মৌনতা অৱলম্বণ কৰা দেখি প্ৰধান বিচাৰপতিয়ে মাত লগালে।

**প্ৰঃ বিচাৰপতি :** ৰাজকুমাৰৰ মৌনতাই তেওঁৰ অপাৰগতৰ কথাকে সূচাইছে। যদিহে তেওঁ একো উপযুক্ত উত্তৰ দিব নোৱাৰে তেতিয়াহ'লে আমি বুজিম যে ৰাজকুমাৰ কোনোবা দুষ্ট লোকৰ দ্বাৰা প্ৰতাৰিত হৈছে।

তেওঁৰ মৌনতাই ইয়াকো বুজাইছে যে বৰ্তমান তেওঁ নিজৰ ভুল বুজিব পাৰিছে আৰু নীৰৱতাৰ মাজেৰে নিজৰ অন্তৰৰ গ্লানি আৰু অনুশোচনা প্ৰকাশ কৰিছে।

গতিকে অনতিপলমে ৰাজকুমাৰে কুকুৰজনীক পৰিত্যাগ কৰিবলৈ সন্মতি প্ৰকাশ কৰিব লাগে। ৰাজদৰবাৰৰ হৈ ৰাজকুমাৰলৈ এয়েই মোৰ অনুৰোধ।

ইমানখিনি শুনাৰ পিছতো ৰাজকুমাৰৰ নতশিৰ ওপৰলৈ নুঠিল। আনকি মুখেৰে এটা শব্দও প্ৰকাশ নকৰিলে। গোটেই পৰিস্থিতিটোৱেই ৰজা আৰু ৰাণীৰ মনত গভীৰ অৱসাদৰ ভাব জগাই তুলিছিল। শেষলৈ ৰজাৰ খঙো উঠিছিল। খঙৰ বহিঃপ্ৰকাশ স্বৰূপে ৰজাক কঁপি থকা দেখি প্ৰধান মন্ত্ৰীয়ে প্ৰমাদ গণিলে। তেওঁ লৰালৰিকৈ উঠি ৰজাক সেৱা জনাই ৰাজকুমাৰক উদ্দেশ্য কৰি ক'লে।

**প্ৰধান মন্ত্ৰী :** "ৰাজকুমাৰ বোপা! আমাৰ ৰাজ্যত আৰু ৰাজ্যৰ বাহিৰৰ আন আন ৰাজ্যতো বহুত গুণী-জ্ঞানী আৰু সুন্দৰী ছোৱালী আছে। তেনে ক্ষেত্ৰত তুমি কুকুৰজনীৰ লগত কিয় বিয়া পাতিলা আমাক বুজাই কোৱাচোন। কিজানিবা আমি তোমাৰ কিবা উপকাৰত আহিবই পাৰো।"

প্ৰধান মন্ত্ৰীৰ কথা শুনাৰ পিছত ৰাজকুমাৰৰ মুখৰ মাত ওলাল। তেওঁ সংক্ষেপে ঘটনাটো কি কাৰণে ঘটিবলৈ পালে তাৰ বিৱৰণ দিবলৈ ধৰিলে।

**ৰাজকুমাৰ :** আপোনালোকে জানেই যে আমাৰ চাওঁতাল জাতিৰ আটাইতকৈ ডাঙৰ 'চখ' (hobby) হৈছে মাদল বা আৰু বাঁহী বজোৱা। ময়ো বাঁহী বজাই ভাল পাওঁ। মই এদিন আমাৰ পৰম্পৰা অনুযায়ী খেৰা (খৰগোচ) চিকাৰ কৰিবলৈ গৈছিলো। বনে-বনান্তৰে ঘূৰি ফুৰিছিলো। এইদৰে গৈ থাকোঁতে মই পাহাৰৰ জলপ্ৰপাতৰ কাষ পাইছিলো। জলপ্ৰপাতৰ ওচৰৰ শিল এচটাত বহি মই একান্ত মনে পানীৰ পকনীয়া ফেন আৰু জলপ্ৰপাতৰ শব্দ শুনাত মগ্ন হৈ পৰিছিলো। হঠাৎ মূৰ তুলি দূৰলৈ চাওঁতে এগৰাকী অপূৰ্ব সুন্দৰী ছোৱালী জলপ্ৰপাতৰ ফালে আহি থকা দেখা পালো। ছোৱালীজনী আহি তাইৰ বৈ পৰা দীঘল চুলিকোছা জলপ্ৰপাতৰ পানীত ধোৱে আৰু তাৰ পিছত তাই গা ধোৱে। দীঘল চুলিকোছা শিলত আঁউজি লৈ শুকুৱাই লোৱাৰ পিছত ছোৱালীজনী শিলৰ আঁৰ হয়। ছোৱালীজনী ক'লৈ গ'ল, তাইৰনো কি হ'ল জানিবলৈ কৌতুহল জন্মাত মই তাইক বিচাৰি গ'লো। কিন্তু আচৰিত কথা যে মই জলপ্ৰপাতৰ চাৰিওফালে তাইক ক'তো দেখা নাপালো।

ছোৱালীজনীৰ কি হ'ল জানিবলৈ মোৰ অন্তৰত ঔৎসুকতা জন্মিল। সেয়ে পিছদিনাখনো মই জলপ্ৰপাতৰ কাষত লুকাই আছিলো। তাৰ পিছত মই



প্ৰায় এমাহদিন তাইক চাবলৈ গৈছোঁ। সদায়েই ছোৱালীজনীক অহা দেখোঁ। গা ধোৱা, জলক্ৰীড়া কৰা আৰু ৰ'দত তাইৰ চুলিকোছা মেলি ধৰি শুকুৱালৈকে সকলো ঠিকেই থাকে। কিন্তু কাপোৰ পিন্ধাৰ পিছত তাই গুহাটোৰ ফালে আগবাঢ়ি যায় আৰু তাৰ পৰাই যেন তাই "হাৱাৰ" (বায়ুৰ) লগত মিলি যায়।

ছোৱালীজনী মোৰ ইতিমধ্যে ভাল লাগি গৈছিল। সেয়ে এদিন তাই গা ধুই থাকোঁতেই মই গুহাটোৰ ভিতৰত সোমাই লুকাই আছিলো। নিৰ্দিষ্ট সময়ত তাই গুহাটোৰ ভিতৰলৈ আহিল আৰু চকুৰ পচাৰতে তাই এজনী কুকুৰলৈ ৰূপান্তৰিত হৈ মোৰ আগেদিয়েই দৌৰ মাৰি ওলাই গ'ল। মই একেবাৰে "হায়কাঠ" (আচৰিত) হৈ পৰিছিলো। মই কুকুৰজনীক অনুসৰণ কৰিলো যদিও একো লাভ নহ'ল। কিয়নো তাই ইমান দ্ৰুত গতিৰে দৌৰিলে যে তাইনো কোন ফালে গ'ল মই একো ধৰিবই নোৱাৰিলো।

এনেকৈয়ে ভালেমান দিন অতিবাহিত হ'ল। এদিন মই বুদ্ধি কৰি কুকুৰজনী যোৱাৰ পথত ঘোঁৰা লৈ বৈ আছিলো। গা ধুই কুকুৰজনী যেতিয়া ঘৰমুৱা হ'ল তেতিয়া তাইৰ অলক্ষিতে মই ঘোঁৰা চেঁকুৰাই তাইক অনুসৰণ কৰিলোঁ। কুকুৰজনী গৈ মান্‌কিৰ ঘৰত প্ৰৱেশ কৰে। সিহঁতৰ চোতালত ঘোঁৰা বান্ধি কিছু সময়ৰ পিছত ময়ো সেই ঘৰত সোমাও। মান্‌কিৰ মাতত ঘৰৰ ভিতৰৰ পৰা ওলাই অহা ছোৱালীজনী দেখি মোৰ চকু কপালত উঠিল। জলপ্ৰপাতৰ পানীত গা ধোৱা ছোৱালীজনী সেইজনীয়েই। মোৰ মগজুৰ মাজেদি এছাটি বিজুলী খেলি গ'ল। সৰ্ব শৰীৰত মই শিহৰণ অনুভৱ কৰিলো। কিন্তু ছোৱালীজনী মোক দেখাৰ লগে লগেই ভিতৰলৈ সোমাই গ'ল। তাই আৰু দুনাই ওলাই নাহিল। অনেক সময় বৈ থাকি আমনি লগাত ঘোঁৰা খুলি আহিবলৈ লওঁতে মই সেই কুকুৰজনী নঙলা মুখত দেখা পাইছিলোঁ।

তাৰ পিছৰ কথাখিনি আপোনালোকে জানেই। মোৰ বিবাহ হ'ল। আপোনালোকে মোক দয়া কৰি বিয়াখন পাতি দিলে। এতিয়া কুকুৰজনীয়েই মোৰ পত্নী। কিন্তু মই আপোনালোকক দঢ়াই দঢ়াই কওঁ যে তাই আচলতে মানুহহে। এতিয়াও তাই দিনত এবাৰ আৰু ৰাতি এবাৰ মানুহ হয়।"

এইখিনি কথা শুনাৰ পিছত ৰাজকুমাৰৰ প্ৰতি সকলোৰে করুণা ওপজে আৰু ৰজাই দৰবাৰ বৰখাস্ত ঘোষণা কৰে।

দিন গৈ থাকিল। ৰাজকুমাৰৰ অন্তৰৰ বিষাদৰ কথা ধাই বুঢ়ীয়েও জানিব

পাৰিলে। তাই এদিন ৰাজকুমাৰক লগ কৰি ক'লে, "বোপাই তোমাৰ দুখৰ দিনৰ অন্ত পৰিব। তুমি মোৰ কথামতে কাম কৰিবা। অহা পূণমৰ ৰাতি তুমি মোক মতাই আনিবা। সিদিনাই মই তোমাৰ অন্তৰৰ বিষাদ আৰু ৰজা-ৰাণীৰ অন্তৰৰ বেদনা চিৰদিনৰ বাবে দূৰ কৰিবলৈ চেষ্টা কৰিম।

ৰাজকুমাৰ যেন নিৰাশাৰ মৰুভূমিৰ মাজত আশাৰ মৰীচিকাহে দেখা পালে। পূণমৰ ৰাতিৰ বাবে পৰম ব্যগ্রতাৰে ৰাজকুমাৰ অপেক্ষা কৰি ৰ'ল।

অৱশেষত আশাৰ ৰেঙণি লৈ পূণমৰ ৰাতি আহিল। ৰাজকুমাৰে ধাই বুঢ়ীক ৰাজকীয় আদৰ-সাদৰ কৰি মতাই আনিলে। ৰাজকুমাৰৰ প্ৰতি ধাই বুঢ়ীৰ বৰ পুতৌ জন্মিল। বুঢ়ীয়ে কুকুৰ ৰূপী ৰাজকুমাৰৰ পত্নীক লৈ এটি নিভৃত কক্ষত প্ৰৱেশ কৰে। বুঢ়ীয়ে ওচৰতে বহুৱাই লৈ কুকুৰজনীৰ সৰ্বাঙ্গে হাত বুলাই মৰম কৰিবলৈ ধৰিলে। এনেদৰে কিছু সময় পাৰ হ'ল।

ইপিনে আশা আৰু নিৰাশাৰ মাজত দোদুল্যমান ৰাজকুমাৰ। উদ্বিগ্নচিত্তে তেওঁ এবাৰ নিজৰ পত্নীলৈ আৰু এবাৰ ধাই বুঢ়ীলৈ দৃষ্টি নিক্ষেপ কৰি আছিল। ৰজা-ৰাণীৰ অন্তৰতো নানা ভাবৰ বুৰবুৰণি। সকলোৰে অন্তৰত দোলা দিয়া উগুল-থুগুল ভাবৰ উমান ধাই বুঢ়ীয়ে বাৰুকৈয়ে অনুভৱ কৰিছিল। সেয়ে যিমান পাৰে সিমান দ্ৰুতগতিৰে কুকুৰজনীৰ সৰ্বাঙ্গে তেওঁ হাত বুলাই গৈছিল। হঠাতে বুঢ়ীয়ে কুকুৰজনীৰ আগ ঠেং আৰু বুকুৰ সংযোগ স্থলত এডাল কাঁইট বিচাৰি পালে। বুঢ়ীয়ে একে টানে কাঁইটডাল উলিয়াই আনিলে। যেই কুকুৰজনীৰ গাৰ পৰা কাঁইটডাল গুচাই দিয়া হ'ল, তাৰ লগে লগেই তাই এজনী ধুনীয়া ছোৱালীলৈ ৰূপান্তৰিত হ'ল। তৎক্ষণাত ঘটনাটো ঘটি যোৱাত ৰাজকুমাৰে যেন নিজৰ চকুকে বিশ্বাস কৰিব নোৱৰা হৈ পৰিল।

ধাই বুঢ়ী বিজয় উল্লাসত মতলীয়া হৈ দেদাউৰি পাৰি উঠিল। আনন্দতে তাই ৰাজকুমাৰীক সাবট মাৰি ধৰিলে। তাৰ পিছ মুহূৰ্ততে তাই ৰাজকুমাৰীৰ হাত এখন ৰাজকুমাৰৰ হাতত দি ক'লে, "বোপাই, এয়া তোমাৰ মৰমৰ পত্নী। তাই আৰু কেতিয়াও কুকুৰ নহয়।"

নিজৰ ঘৈণীয়েকক মানৱী ৰূপত লাভ কৰি ৰাজকুমাৰ নথৈ আনন্দিত হয়। ৰাজকুমাৰীও মনৰ আনন্দত কান্দি পেলালে। তাই ৰাজকুমাৰক সাবটি ধৰি ক'লে, "এজনী ডাইনীয়ে কু-মন্ত্ৰ পঠিত কাঁইটডাল মোৰ গাত গুজি দিয়া বাবেই মই কুকুৰ ৰূপত কাল কটাব লগা হৈছিল। চৌবিশ ঘণ্টাৰ ভিতৰত



মাত্ৰ দুঘণ্টা সময় মই মানুহৰ ৰূপ লাভ কৰিছিলোঁ যদিও সেইখিনি সময়তো কাঁইটডাল উভালি পেলোৱাৰ কথা মোৰ মনলৈ কেতিয়াও অহা নাছিল।"

যিহওক ৰাজকুমাৰৰ পত্নী মানৱী ৰূপত লাভ কৰাত ৰাজকুমাৰ, ৰজা-ৰাণী, আত্মীয়-স্বজন আৰু পাত্ৰ-মন্ত্ৰী সমন্বিতে সকলো প্ৰজাবৰ্গই অতিকে আনন্দ লাভ কৰিলে। ৰজাই মনৰ আনন্দতে অনেক ধন-সোণ আৰু বস্ত্ৰ-অলঙ্কাৰ দি ধাই বুঢ়ীক পুৰস্কৃত কৰিলে।"এতনেতা ৰহঃহালঃ গ' কাহ্নিটা।"



# বাঘ আৰ চৰ

এজন বৰ অঘাইতং চোৰ আছিল। সৰু-সুৰা মানুহৰ ঘৰৰ কম দামী বস্তু চোৰ কৰি তাৰ আমনি লাগিল। সেয়ে এইবাৰ সি ৰজাৰ ঘোঁৰাশালৰ পৰা এটা শকত-আৱত তেজী ঘোঁৰা চোৰ কৰিবলৈ ইচ্ছা কৰিলে। ৰজাৰ চিপাহী-চন্তৰী চাৰিওফালে পহৰা দি থকাত সি কেবাদিন ধৰি চেষ্টা কৰিও ঘোঁৰা চোৰ কৰিব পৰা নাছিল। কিন্তু অমাৱস্যাৰ ৰাতিৰ ঘিট্‌মিটিয়া আন্ধাৰৰ সুযোগ লৈ ঘোঁৰাশালত প্ৰৱেশ কৰিলে। ঘোঁৰাশালৰ আটাইতকৈ ভাল আৰু বেগী ঘোঁৰাটো বাচি উলিয়াবৰ বাবে সি প্ৰতিটো ঘোঁৰা চুই চাবলৈ ধৰিলে।

সেই ৰাতি ঘোঁৰা ধৰিবৰ বাবে এটা টেঁকীয়াপতীয়া বাঘ ঘোঁৰাশালত সোমাই আগৰে পৰাই জোপ লৈ আছিল। চোৰটোৱে অৱশেষত গৈ বাঘৰ পিঠিত চিকুট মাৰিলে। মানুহৰ হাতৰ টেপা খাই বাঘটো হুৰমুৰ কৰি উঠি ঠিয় হ'ল। এইটোৱেই আটাইতকৈ তেজী ঘোঁৰা হ'ব পাৰে বুলি ভাবি চোৰটোৱে তৎক্ষণাত বাঘৰ মুখত লেকাম লগাই দিলে। পিঠিত উঠি চাবুক লগোৱাৰ লগে লগে বাঘটো জঁপিয়াবলৈ ধৰিলে। চোৰটো বৰ সন্তুষ্ট হ'ল। ঘোঁৰাশালৰ আটাইতকৈ তেজী ঘোঁৰাটো আনিব পৰা বুলি ভাবি সি বৰ আনন্দ লভিলে।

মানুহ যে বাঘৰ পিঠিত উঠিব পাৰে সেইকথা বাঘে জনা নাছিল। তাতে মুখত লেকাম লগাই পিঠিত চাবুক মৰাত বাঘেও পেটে পেটে বৰ ভয় খালে। মানুহ তাতোকৈয়ো শক্তিশালী বুলি তাৰ অনুভৱ হ'ল। সেয়ে বাঘটো গোটেই ৰাতি দৌৰিয়েই থাকিল।

ৰাতি পুৱালত চোৰে দেখে যে সি উঠি থকা জন্তুটো ঘোঁৰা নহয়, এটা 'মস্ত' বাঘহে। সি বৰ আচৰিত হ'ল আৰু ভয়তে তাৰ চুলি আগে জীউ উৰি গ'ল। ভয়তে সি বাঘৰ পিঠিৰ পৰা নামিবও নোৱৰা হ'ল।

কিন্তু চোৰবোৰ সাধাৰণতে বৰ বুধিয়ক হয়। বাঘে জঁপিয়াই জঁপিয়াই গৈ থাকোঁতে তললৈ হাউলি পৰা গছৰ ডালত ধৰি ধূৰ্ত চোৰটোৱে ওলমি



থাকিল। বাঘৰ পিঠিৰ পৰা অকস্মাতে মানুহটো নাইকিয়া হৈ যোৱাত বাঘটো বৰ আচৰিত হয়। তথাপিতো আকৌ ধৰিব পাৰে বুলি সি যিমান পাৰে জোৰেৰে দৌৰিয়েই থাকিল।

চোৰেও বাঘটো পুনৰ ঘূৰি অহাৰ ভয়ত গছৰ ওখ ডাললৈ উঠি গৈ কিছু সময় বহি থাকিল। বাঘটো পুনৰ ঘূৰি অহাৰ কোনে লক্ষণ নেদেখি সি গছৰ পৰা নামি আহিল। ক্ষন্তেক জিৰণি লওঁতেই টোপনিয়ে হেঁচা মাৰি ধৰাত সি গছৰ তলতে শুই পৰিল।

তেনে সময়তে সেইফালেদি এটা নোদোকা কুকুৰনেচীয়া বাঘ আহিছিল। শুই থকা চোৰক সি মৰা মানুহ বুলি ধৰি ল'লে। তাৰ বৰ ৰং লাগিল। মানুহৰ মাংস খাবলৈ পোৱাৰ লোভত তাৰ জিভাৰ পৰা পানী ওলাই আহিল। পিছে কিবা বিপদৰ আশংকা কৰি সি লগ এটা বিচাৰি গ'ল। কিছুদূৰ যোৱাৰ পিছত সি সেই বাঘটোকে লগ পালে।

কুকুৰনেচীয়াই বাঘক ক'লে, "বন্ধু! আজি বৰ সোৱাদ লগা খাদ্য খাবলৈ পাম। ব'লা, মোৰ লগত। পৰি থকা এটা মানুহৰ মৰাশ আমি একেলগে খামগৈ।" বাঘে ভাবিলে– "কোনে জানে, যদিহে ৰাতি মোৰ পিঠিত উঠা মানুহটোৱেই হয়। ৰাতি সি মোক কম বিহু দেখুওৱা নাই। এতিয়া যদি আকৌ তাৰ ওচৰলৈকে যাওঁ, সি নিশ্চয় আমাক সুদাই নেৰিব।" সেয়ে সি কুকুৰনেচীয়াৰ লগত যাবলৈ সন্মতি প্ৰকাশ নকৰিলে।

পিছে কুকুৰনেচীয়াও নাচোৰবান্দা হৈ লাগি থাকিল। মানুহৰ মাংস খোৱাৰ লোভত সি নানান চাটু কথা কৈ তাৰ লগত যাবলৈ বাঘক মান্তি কৰালে। মানুহৰ ধমকি, চাবুকৰ কোব আদি নাপাহৰা বাঘটোৱে এটা চৰ্ততহে মানুহৰ মৰাশৰ ওচৰলৈ যাবলৈ মত দিলে।

যদিহে সেই একেটা মানুহ হয় তেন্তে কুকুৰনেচীয়াই যাতে বাঘক এৰি পলাই যাব নোৱাৰে তাৰ বাবে এডাল টান পঘাৰে দুয়ো-দুয়োকে সাঙুৰি ল'লে। এই অৱস্থাত দুয়ো গৈ মানুহৰ ওচৰ পালেগৈ। মানুহটোক সিহঁতে মূৰৰ ফালৰ পৰা নে ভৰিৰ ফালৰ পৰা ধৰি টানি নিব, আলোচনা কৰি থাকোঁতে কথোপকথনত চোৰে সাৰ পাই সন্মুখতে বাঘ আৰু কুকুৰনেচীয়াক দেখি তাৰ প্ৰাণবায়ু উৰি গ'ল।

ভালুক জ্বৰ উঠা মানুহৰ দৰে সি ভয়তে কঁপিবলৈ ধৰিলে। তথাপিতো তাৰ গাৰ সমস্ত শক্তি প্ৰয়োগ কৰি সি চিঞৰি উঠিল, "কি হ'ল বাঘ! তই

আকৌ আহিছ? এইদৰে চিঞৰি উঠাত বাঘে বৰ ভয় খালে আৰু মানুহটো পুনৰ তাৰ পিঠিত উঠিব পাৰে বুলি ভয় খাই সি প্ৰাণটাকি দৌৰি পলাবলৈ ধৰিলে। কুকুৰনেচীয়াই শিলৰ পাহাৰত থেকেচা খাই বাঘক ৰ'বলৈ যিমানেই চিঞৰ-বাঘৰ কৰিলে সিমানেই সি বেছিকৈহে জঁপিয়াব ধৰিলে। ফলত কুকুৰনেচীয়াটো দাঁত নিকটাই মৰি থাকিল।

বাঘ আৰু কুকুৰনেচীয়াৰ হাতৰ পৰা ৰক্ষা পাই চোৰে স্বস্তিৰ নিশ্বাস লয় আৰু ভাগৰুৱা ভৰি দুখনেৰে যোঁৱা চোৰ কৰিব নোৱৰা বিষাদ অন্তৰত লৈ চোৰ আহি নিজৰ ঘৰ পালেহি।

ইয়াকে কয় চোৰক মোৰে পালে।





# এক বহিন আৰ সাঁপ ভাই

বহু পুৰণি কালত কোনো এখন গাঁৱত সাতজন ভাই-ককাই আৰু সিহঁতৰ পেটমোচা ভনীয়েক এজনীয়ে বসবাস কৰিছিল। ক্ৰমান্বয়ে ককায়েকহঁত জোৱান হৈ অহাত এজন এজনকৈ ছয়জনৰে বিবাহ সম্পন্ন হয়। সাধাৰণতে বিয়াৰ পিছত ককাই-ভাইৰ মাজত মনোমালিন্য হোৱা দেখা যায়। এই সাতজন ভাই-ককাইৰ পৰিয়ালতো ইয়াৰ কোনো ব্যতিক্ৰম হোৱা নাছিল।

সেয়ে কিছুদিনৰ পিছতে বিবাহিত ছয়জন ভাই-ককাই ভাগে ভাগে থাকিবলৈ ল'লে আৰু অবিবাহিত নুমলীয়া ভায়েক আৰু ভনীয়েকে আন এখন ঘৰ পাতি দিন অতিবাহিত কৰিবলৈ ধৰিলে। পিছে নবৌয়েকহঁতে দেওৰেক আৰু নন্দেকক সমূলি দেখিব নোৱাৰিছিল।

নবৌয়েকহঁতে এদিন নন্দেকক লগত লৈ বনশাক বুটলিবলৈ গৈছিল। শাক বিচাৰি বনৰ মাজত ঘূৰি ফুৰোঁতে হঠাতে নবৌয়েকহঁতে এটা বিষাক্ত সাপৰ কণী দেখিবলৈ পালে। সিহঁতে কণীটো তুলি লৈ নন্দেকৰ হাতত দি ক'লে, "এইটো কণী ঘৰলৈ লৈ যোৱা আৰু ককায়েৰাৰ সৈতে ভাজি খোৱাগৈ।"

সৰলচিতিয়া নন্দেকে কণীটো ঘৰলৈ নি ককায়েকৰ হাতত দিয়ে। ককায়েকেও আগ-পিছ একো নাভাবি কণীটো ভাজি অকলেই খাই পেলালে আৰু কণী খোৱাৰ কিছু পিছতে সি এটা অজগৰ সাপলৈ ৰূপান্তৰিত হয়।

আগদিনাৰ দৰে গধূলি সময়তে ছোৱালীজনী গাঁৱৰ সমূহ ছোৱালীৰ সামাজিক শিক্ষানুষ্ঠান 'গিতি-অৰালৈ' শুচি যায়। গাঁৱৰ অন্যান্য ছোৱালীৰ লগত একেলগে ৰাত্ৰি যাপন কৰি গুৰুৰ তত্বাৱধানত ভৱিষ্যতৰ সংসাৰ ধৰ্ম পালন কৰিবলৈ যাৱতীয় সামাজিক শিক্ষা লাভৰ আশাৰে "গিতি-অৰা"ত থকাটো মুণ্ডা সমাজ ব্যৱস্থাৰ পৰম্পৰাগত বিধি।

ইফালে সাপলৈ ৰূপান্তৰিত হোৱা ককায়েকে কুকুৰা ডাক দিয়াৰ সময়ৰ

পৰাই জোৰে জোৰে চিঞৰি গান গাবলৈ ধৰিলে।

কক-কক ৰে কো

বাচুন-দো-না মাই

বুক-বিং, জানে ছি,

চাংচুৰি জানা?

অৰ্থাৎ——

কুকুৰা ডাঁকতে–

তোমাৰ ককায়েৰ, অ' মোৰ ভনীটি

এটা পাহাৰী সাপ হ'ল

অথবা মাইকী সাপ হ'ল?

বাৰে বাৰে গাই থকা এই গানটো শুনি গিতি-অৰাৰ তত্তাৱধায়কে তাইক ক'লে, "তোমালোকৰ ঘৰত ঘনাই কুকুৰাই ডাক দি আছে।" তাই উত্তৰ দিলে, "সম্ভৱত দাদাই কাৰোবাৰ ঘৰৰ পৰা মতা কুকুৰা বিচাৰি আনিছে।"

ৰাতিপুৱা ঘৰলৈ আহি নিজৰ পঁজাঘৰৰ দুৱাৰ খোলাৰ লগে লগে ভিতৰত তাই এটা "মস্ত" অজগৰ সাপ দেখিবলৈ পালে। ভয়তে পেপুৰা লাগি তাই চিঞৰিবলৈকো পাহৰি গৈছিল। এনেতে সাপটোৱে তাইক উদ্দেশ্য কৰি ক'বলৈ ধৰিলে, "ভয় নকৰিবা ভন্টী। ময়ে তোমাৰ মৰমৰ ককায়েৰা হওঁ। তুমি দিয়া কণীটো খোৱাৰ ফলতে মোৰ এই গতি হ'ল। তুমি সিটো কোঠাৰ ধূলি-বালিবোৰ সাৰি-মচি লৈ তাতে থাকিবলৈ লোৱা। মই এইটো কোঠাতে পৰি থাকিম।"

ককায়েকৰ কথা মানি তাই সিটো কোঠা চাফ-চিকুণ কৰি থাকিবলৈ ধৰিলে। সৰ্প-ভ্ৰাতৃয়ে তাইক ক'লে, "ভনীটি, তুমি 'ভৰ্তি' এপাচি চিৰা আৰু মুৰি যোগাৰ কৰা আৰু গাঁৱত থকা চুৰি কটাৰীবোৰ আনি তাৰ ভিতৰত লুকুৱাই থোৱা। ভনীয়েকে পৰামৰ্শ অনুযায়ী আটাইবোৰ বস্তু যোগাৰ কৰাত সাপটোৱে নিজ চকুৰে এবাৰ চাই লৈ সন্তুষ্ট প্ৰকাশ কৰিলে। তাৰ পিছত চিৰা-মুৰিৰ পাচিটো লৈ ভনীয়েকক তাৰ পিছে পিছে আহিবলৈ ক'লে। এইদৰে গৈ তেওঁলোক হাবিৰ মাজত সোমাল আৰু সেই আপদীয়া কণী পোৱা ঠাইখিনি পালেগৈ। সৰ্প-ভ্ৰাতৃয়ে ভনীয়েকক এটা গছৰ ওপৰত উঠি লুকাই থাকিবলৈ ক'লে। সাপটো গছজোপাৰ তলতে থাকিল আৰু কুকুৰা ডাঁক দিয়া সময়ত



চিঞৰি চিঞৰি গান এটা গাবলৈ ধৰিলে।

হেজেল জুক জক

কাৰেকেটা লিদি লিদি

নেডো নেডো,

বক বিং বাজা তাৰা,

সাংসুৰি ৰাজা বশম।

গান শুনাৰ লগে লগে বুক বিং আৰু সাংমুৰি (সাপৰ ৰজা আৰু ৰাণী) গাঁতৰ পৰা ওলাই আহিল। সৰ্প-মানৱে পাচিত ভৰাই অনা চিৰা-মুৰিখিনি সাপৰ ৰজা-ৰাণীক খাবলৈ দিয়ে। চিৰা-মুৰিৰ ভিতৰত লুকুৱাই ৰখা কটাৰীয়ে সৰ্পদ্বয়ৰ জিভা কাটি দুফাল কৰি পেলালে। তেতিয়া সাপৰ ৰজা-ৰাণীয়ে মানৱ সৰ্পক ক'লে, "যদিহে তুমি সৰ্পকুলৰ অন্তৰ্ভুক্ত হ'ব খোজা তেন্তে সেই বাঁহ জোপাৰ গুৰিৰ চাৰিওফালে নিজৰ জিভাৰে পৰিষ্কাৰ কৰিব লাগিব। তেতিয়াহে আমি তোমাক সৰ্পকুলৰ অন্তৰ্ভুক্ত কৰিম।" সাপৰ ৰজা-ৰাণীৰ পৰামৰ্শ অনুযায়ী বাঁহগছৰ গুৰিৰ চাৰিওফালে চাফ-চিকুণ কৰি দিয়াত মানৱ সৰ্পক তেওঁলোকৰ নিজৰ জাতিভুক্ত কৰি ল'লে।

ইয়াৰ পিছত মানৱ সৰ্পই ওচৰতে থকা পাহাৰী নিজৰাটোলৈ নামি যায় আৰু নিজৰাত পৰি এটা বান্ধৰ সৃষ্টি কৰিলে। তাৰ ফলত নিজৰাৰ পানী জমা হৈ এটা কৃত্ৰিম হ্ৰদৰ সৃষ্টি হ'ল। সাপৰ ইচ্ছানুযায়ী ভনীয়েকে হ্ৰদৰ পানীত মাছ ধৰিবলৈ নবৌয়েকহঁতক মাতি লৈ আহে। মাছ ধৰিবৰ বাবে নবৌয়েকহঁত পানীৰ মাজলৈ নামি যায়। নন্দেকগৰাকী ককায়েকৰ কথামতে হ্ৰদৰ পাৰতে ৰৈ থাকিল। মাছ ধৰাত মছগুল হৈ থকা সময়তে হঠাতে সাপটোৱে নিজৰাৰ পৰা আঁতৰি দিয়ে। ইয়াৰ ফলত নিজৰাৰ কোবাল সোঁতে আটাইকেউগৰাকী নবৌয়েকক উটোৱাই লৈ যায়।

নিজৰাৰ পানীত নবৌয়েকহঁতৰ মৃত্যু হোৱাৰ পিছত মানৱ-সৰ্প সদা-সৰ্বদাৰ বাবে সেই ঠাইতে থাকিল আৰু ভনীয়েকে বিষাদ মনেৰে ঘৰলৈ প্ৰত্যাৱৰ্তন কৰে।

* * * *
* *

# বিদ্যাধৰ ৰজাকে কাহ্নি

এসময়ত কোনো এখন দেশত বিদ্যাধৰ নামৰ এজন প্ৰবল প্ৰতাপী ৰজা আছিল। ধনবল আৰু বাহুবলত সুখ্যাতি লাভ কৰা এইজন ৰজাৰ ৰাজ্যৰ প্ৰজাসকলে বৰ সুখ-শান্তিৰে দিন অতিবাহিত কৰিছিল। নিজৰ প্ৰজাবৎসল গুণৰ বাবেও ৰজাজন সকলো প্ৰজাৰ প্ৰিয়পাত্ৰ হ'ব পাৰিছিল।

আন সুখ-দুখৰ প্ৰতি সততে মন-কাণ দিয়া ৰজাৰ অৱশ্যে নিজৰ জীৱনত শান্তি নাছিল। ইয়াৰ মূল কাৰণ হ'ল যে ৰজাজন অপুত্ৰক আছিল।

পুত্ৰলাভৰ আশাত ৰজাই এজনী এজনীকৈ সাতগৰাকী ৰাণী বিবাহ কৰাইছিল। ৰাজ্যত থকা আটাইবোৰ মঠ-মন্দিৰতে পূজা আগ বঢ়াইছিল। ব্ৰাহ্মণ, পণ্ডিত আৰু নিঃস্বজনক অন্ন, বস্ত্ৰ আৰু অৰ্থদান কৰিছিল। কিন্তু ইমানৰ পিছতো ৰজা অপুত্ৰক হৈয়েই আছিল। বংশ গৌৰৱ ৰক্ষা আৰু শ্ৰাদ্ধ-পিণ্ড সম্প্ৰদানৰ বাবে পুত্ৰ নথকাত ৰজাৰ মনত বেদনাৰ জ্বালা ক্ৰমাগতভাৱে বাঢ়ি গৈছিল।

বাল্যকাল অৱধি ৰজা বৰ চিকাৰপ্ৰিয় আছিল। পিছে সন্তান নোহোৱাৰ দুখত ৰজাই চিকাৰ কৰিবলৈকো এৰি দিছিল। মাথোঁ মৃগয়াৰ নামত মনৰ দুখ উপশম কৰিবৰ বাবেহে তেওঁ বনে-বনান্তৰে ঘূৰি ফুৰিছিল। দিন যোৱাৰ লগে লগে ৰাজকাৰ্য, ৰাজভোগ, ঐশ্বৰ্য-বিভূতি আৰু পৰমা সুন্দৰী ৰাণীৰ সান্নিধ্যৰ প্ৰতিও ৰজাৰ মনত বিৰাগ উপজিছিল।

পুত্ৰশোকত আকুল ৰজা এদিন ৰাজহাউলিৰ প্ৰাঙ্গণত বহি আছিল। তেনে সময়তে ক'ৰবাৰ পৰা জটাজুটধাৰী এজন সন্ন্যাসী আহি উপস্থিত হয়হি। ৰজাই পৰম শ্ৰদ্ধাৰে সন্ন্যাসীক অভিবাদন জনাই আসন গ্ৰহণ কৰিবলৈ অনুৰোধ কৰে। বৰ আদৰ-সাদৰ কৰি ৰজাই সন্ন্যাসীজনক কেইবাদিনো নিজৰ কাৰেঙতে ৰাখে। ৰজাৰ আতিথেয়তাতে সন্ন্যাসী বৰ প্ৰসন্ন হয় আৰু যাবৰ সময়ত "দুধে নহাও, পুতে ফলাও" বুলি ৰজাৰ শিৰত হাত থৈ আশীৰ্বাদ দি যায়।

সন্ন্যাসীৰ আশীৰ্বাদ শুনি ৰজা উচপ খাই উঠে আৰু হাতযোৰ কৰি



তেওঁৰ চৰণত নিবেদন জনালে, "বাবা! মই অপুত্ৰক। পুত্ৰাৰ্থে মই যাগ-যজ্ঞ, পূজা-সেৱা, দান-দক্ষিণা সকলো কৰিলোঁ। পুত্ৰ আশা কৰি মই সাতজনী ৰাণীও বিবাহ কৰালোঁ। পিছে মই হ'লে আজিলৈকে পুত্ৰৰ মুখ দেখা নাপালো। গতিকে আপোনাৰ আশীৰ্বাদ মোৰ বাবে একেবাৰে অৰ্থহীন।"

অপুত্ৰক ৰজাৰ অন্তৰৰ গভীৰ মৰ্মবেদনা সন্ন্যাসীয়ে বাৰুকৈয়ে উপলব্ধি কৰিব পাৰিছিল। সেয়ে ক্ষন্তেক সময় ধ্যান কৰি তেওঁ ৰজাক ক'লে, "সবুৰে মেৱা ফল হ্যায়। নিৰাশ নহ'বা বাচা। ধৈৰ্য ধৰি নিজৰ কৰ্ম সম্পাদন কৰি যোৱা। ভগৱানে নিশ্চয় তোমাৰ মনোকামনা পূৰণ কৰিব।"

প্ৰত্যুত্তৰ হিচাপে ৰজাই কি ক'ব গুণা-গথা কৰি থাকোঁতেই সন্ন্যাসীজনে পুনৰ ক'বলৈ ধৰিলে— "তোমাৰ ৰাজ্যৰ পশ্চিম দিশত য'ত সূৰ্যদেৱতা অস্তাচলত ডুব যায়, সেই দূৰণিৰ অটব্য অৰণ্যৰ মাজত পদুম ফুলেৰে শোভা বৰ্ধন কৰি থকা এটা বিতোপন হ্ৰদ আছে। হ্ৰদৰ উত্তৰ পাৰে থকা শতাধিক বছৰীয়া আমগছজোপাত মাত্ৰ দুটা পকা আম আছে। আম দুটা নিজহাতেৰে ছিঙি আনি ভগৱানৰ প্ৰসাদ হিচাপে ৰাণীসকলক সমানে ভগাই খাবলৈ ক'বা। ভক্তিভাৱেৰে সেই আম ভক্ষণ কৰিলে ৰাণীসকলে নিশ্চয় গৰ্ভ ধাৰণ কৰিব আৰু যথা সময়ত তুমি পুত্ৰ-কন্যাৰ মুখ দেখিবলৈ পাবা। ভগৱানে ভক্তক সদায়ে সহায় কৰে। সেয়ে ৰাণীসকলক ভগৱানৰ প্ৰতি ভক্তিপৰায়ণা হৈ থাকিবলৈ ক'বা।" ইয়াকে কৈ সন্ন্যাসীয়ে প্ৰস্থান কৰে।

সন্ন্যাসীৰ ভৱিষ্যৎবাণীয়ে ৰজাৰ মনত আশাৰ সঞ্চাৰ কৰে। পিছদিনাই আমৰ উদ্দেশ্যে তেওঁ যাত্ৰা আৰম্ভ কৰে। বহু পথ অতিক্ৰম কৰাৰ পিছত ৰজাই বিচাৰি যোৱা জলাশয়ৰ পাৰত উপস্থিত হয়। ৰজাই প্ৰথমতে জলাশয়ৰ অধিষ্ঠাতা জলদেৱতাৰ পূজা-অৰ্চনা কৰে। বনদেৱীক প্ৰণিপাত জনাই আম গছৰ পৰা পকা আম দুটা ৰজাই নিজহাতেৰে ছিঙি আনে।

আৱতৰীয়া আম দুটা পাই ৰজাৰ অন্তৰত পুত্ৰ সন্তান লাভ কৰাৰ আশা জন্মে। সন্ন্যাসীৰ ভৱিষ্যৎবাণী অথলে নেযায়— সেই বিশ্বাস ৰজাৰ মনত দৃঢ় হ'বলৈ ধৰিলে। সেয়ে ৰজাই বৰ যত্নেৰে আম দুটা আনি বৰ ৰাণীক দিয়ে আৰু অতি ভক্তিভাৱেৰে সাতোগৰাকী ৰাণীৰ মাজত সমানে ভগাই খাবলৈ কয়।

ৰজাই সৰু ৰাণীক আন আন ৰাণীতকৈ বেছি মৰম কৰিছিল। সেয়ে অন্যান্য ৰাণীসকলে তেওঁক বৰকৈ হিংসা কৰিছিল। তেওঁলোক এনেয়েই ৰজাৰ

মৰমৰ পৰা বঞ্চিত। তাতে সৰু ৰাণীৰ কেনেবাকৈ সন্তান জন্ম হ'লে ৰজাৰ মৰম-স্নেহৰ পৰা তেওঁলোকে সমূলঞ্চে হাত ধুব লাগিব। তাকে ভাবি ৰাণীসকলে সৰু ৰাণীক আমৰ ভাগ নিদি গোটেইখিনি আম খাই পেলালে। কেৱল এয়ে নহয় হিংসাপৰায়ণ কপটীয়া ৰাণীসকলে সৰু ৰাণীক আমৰ গুটি আৰু বাকলিখিনি পেলাবলৈ হুকুম দিয়ে। সৰু ৰাণীয়ে অতি ভক্তিভাবেৰে সেই বাকলিখিনিকে চেলেকি খাই পুত্ৰ সন্তানাৰ্থে ভগৱানৰ শ্ৰীচৰণ যুগল চিন্তি নিৰলে প্ৰাৰ্থনা জনায়।

সন্ন্যাসীৰ বাণী ফলিয়ালে। পিছে আম খোৱা ছয়গৰাকী ৰাণীৰ গৰ্ভ সঞ্চাৰ নহ'ল। আমৰ গুটি আৰু বাকলি চেলেকি খোৱা সৰু ৰাণীৰহে গৰ্ভ সঞ্চাৰ হয়। এই খবৰ পাই ৰজাৰ অন্তৰত আনন্দই নধৰা হ'ল।

আনহাতে সৰু ৰাণীয়ে গৰ্ভধাৰণ কৰা খবৰটোৱে আন ছয়গৰাকী ৰাণীৰ অন্তৰ দুখেৰে ওপচাই পেলায়। প্ৰতিহিংসাৰ দাবানলে সিহঁতৰ দিনৰ শান্তি আৰু ৰাতিৰ টোপনি কাঢ়ি লৈ গ'ল। সেয়ে ভাগ্যৱতী সৰু ৰাণীৰ সৌভাগ্যক কিদৰে "তহচ্-নহচ্" কৰিব পাৰি সেই চিন্তাতে ৰাণীসকল ৰত হ'ল।

সন্তানৰ মুখ দেখাৰ সম্ভাৱনাই ৰজাক পুনৰ কৰ্মপৰায়ণ কৰি তুলিলে। তদুপৰি পুৰণি 'চখ' মৃগয়াৰ প্ৰতিও ৰজাৰ ধাউতি উপজিল। মনৰ আনন্দতে ৰজাই চিকাৰ কৰিবলৈ ওলাল। যাবৰ সময়ত ৰজাই প্ৰধান মন্ত্ৰীক ৰাজ্য পৰিচালনাৰ দায়িত্বভাৰ সঁপে আৰু কিছুমান লাগতিয়াল পৰামৰ্শ আগ বঢ়ায়। সৰু ৰাণীৰ পুত্ৰ সন্তান জন্মিলে সোণৰ ঘণ্টা আৰু কন্যা সন্তান জন্ম হ'লে ৰূপৰ ঘণ্টা বজাই খবৰ দিবলৈও ৰজাই প্ৰধান মন্ত্ৰীক আদেশ দিয়ে।

কালৰ চকৰি ঘূৰি থাকিল। অৱশেষত সৰু ৰাণীয়ে প্ৰসৱ বেদনা অনুভৱ কৰিলে। প্ৰধান মন্ত্ৰী অতিকৈ ব্যগ্ৰ হৈ পৰিল। ৰাণীয়ে একেলগে এটি ল'ৰা আৰু এটি কন্যাৰে যমজ সন্তান দুটি লাভ কৰে। এই খবৰ পোৱা মাত্ৰকে প্ৰধান মন্ত্ৰীয়ে সোণ আৰু ৰূপৰ দুয়োটা ঘণ্টা বজাবলৈ নিৰ্দেশ দিয়ে। ঘণ্টাধ্বনি শুনা মাত্ৰকে ৰজাই মৃগয়া ক্ষেত্ৰ পৰিত্যাগ কৰি ৰাজকাৰেঙলৈ ধাপলি মেলে।

কিন্তু ইতিমধ্যে ৰাজকাৰেঙত মহা অঘটন ঘটি যায়। প্ৰতিহিংসাপৰায়ণ ছয়োগৰাকী ৰাণীয়ে প্ৰসূতি-গৃহত প্ৰবেশ কৰি নৱজাত শিশু দুটিক অপহৰণ কৰে আৰু সেই ঠাইত এটি ঝাৰু আৰু এটা কাঠৰ টুকুৰা থৈ দিয়ে। ল'ৰা-ছোৱালী দুয়োকে প্ৰাণে মাৰিবৰ বাবে তেওঁলোকে কটোৱালৰ হাতত গতাই দিয়ে।



এমাদিমা শিশুদ্বয়ক কটোৱালে হাবিৰ মাজৰ গাঁত এটিত পেলাই ৰাণীহঁতৰ বাটৰ কাঁইট আঁতৰ কৰে। কিন্তু সৌভাগ্যবশতঃ সেই সময়ত কুমাৰ-কুমাৰণীয়ে কলহ-টেকেলি গঢ়িবৰ বাবে মাটি নিয়াৰ উদ্দেশ্যেৰে সেইখন হাবিলৈকে আহিছিল। বনৰ মাজত ক্ৰন্দনৰত ল'ৰা-ছোৱালীহালক পাই কুমাৰ-কুমাৰণীয়ে নিজৰ ঘৰলৈ লৈ যায়। অপুত্ৰক কুমাৰ-কুমাৰণীয়ে ল'ৰা-ছোৱালীহাল পাই বৰ আনন্দ পালে।

ইফালে বনৰ পৰা আহি পোৱা মাত্ৰকে অধীৰ আগ্ৰহেৰে ৰজাই সৰু ৰাণীৰ কেঁচুৱা চাবলৈ যায়। পিছে সৰু ৰাণীয়ে একেলগে এটা কাঠৰ "থুংৰা" (এডোখৰ কাঠ) আৰু এটি "ঠুঠা ঝাৰু" (বাঢ়নী) প্ৰসৱ কৰিছে বুলি ৰজাক বৰ ৰাণীয়ে জানিবলৈ দিয়ে। খবৰ শুনি ৰজা বৰ মৰ্মাহত হয়। তদুপৰি ৰাণীহঁতৰ তুচ্ছ-তাচ্ছিল্যত লাজ, অপমান আৰু খঙত ৰজাই তৎমুহূৰ্তে সৰু ৰাণীক ৰাজপ্ৰাসাদৰ পৰা উলিয়াই দিয়ে। ৰাজপ্ৰাসাদৰ বহু নিলগত থকা ৰজাৰ খেতি-পথাৰৰ কাষত এটি খেৰ-বাঁহৰ পঁজাঘৰ সাজি সৰু ৰাণীক "কহকনীয়াৰ" (কাউৰী খেদোৱা লোক) হিচাপে নিয়োগ কৰে। এনেকৈয়ে ৰজাই সৰু ৰাণীক শাস্তি প্ৰদান কৰে।

ৰজাৰ ল'ৰা-ছোৱালীহাল কুমাৰ-কুমাৰণীৰ আদৰ-যত্নৰ মাজেৰে ডাঙৰ হ'বলৈ ধৰিলে। সিহঁতৰ আব্দাৰ মতে কুমাৰ পিতৃয়ে ল'ৰাটোৰ বাবে এটা কাঠৰ ঘোঁৰা আৰু ছোৱালীজনীৰ বাবে এটা "সুপ্‌লি" (এখন দোলা) বজাৰৰ পৰা কিনি আনি দিয়ে। এই দুইপদ বস্তু লৈ ল'ৰা-ছোৱালী দুটিয়ে দিনৰ দিনটো খেলি ফুৰে। খেলি থাকোঁতে সিহঁত দুয়ো প্ৰায়েই ৰজাৰ পুখুৰীলৈ গৈছিল। ল'ৰাটোৱে কাঠৰ ঘোঁৰাৰ পিঠিত বহি গীত জুৰিছিল,

"কাঠকে ঘৰা

বাবাক্ পথ্ৰীমে

পানী পিয়, পিয়।

ঠিক তাৰ লগে লগেই ছোৱালীজনীয়েও গীত জুৰিছিল—

"বাঁস কে সুপ্‌লি

বাবাক্ পথ্ৰী মে

পানী পিয়, পিয়।

ৰজাৰ পুখুৰীৰ পাৰত ল'ৰা-ছোৱালীহালে গাই থকা গীতৰ অৰ্থ ৰাণীসকলে বুজি পাইছিল। কেনেবাকৈ এই গীতৰ অৰ্থ ৰজাই বুজিব পাৰিলে সিহঁতৰ শিয়াল-কুকুৰে নোখোৱা অৱস্থা হ'ব। তাকে ভাবি ল'ৰা-ছোৱালী উভয়কে প্ৰাণে মাৰিবৰ বাবে তেওঁলোকে কটোৱাল নিয়োগ কৰে।

কটোৱাল অহা দেখি ল'ৰা-ছোৱালী দুয়ো পলাই পত্ৰং দিয়ে। দুষ্ট ৰাণীসকলে ইতিমধ্যে কুমাৰ-কুমাৰণীক হত্যা কৰাইছিল। সেয়ে আশ্ৰয় নোহোৱা সহায়-সম্বলহীন ল'ৰা-ছোৱালী দুয়ো প্ৰাণৰ ভয়ত গভীৰ অৰণ্যৰ মাজলৈ পলাই যায়। তথাপিতো ৰাণীৰ চিপাহীয়ে সিহঁতৰ পিছ এৰা নাছিল। ভীতি-বিহ্বল হৈ বনে-বনান্তৰে কান্দি কান্দি পলাই ফুৰা দেখি সিহঁতৰ প্ৰতি বন দেৱতাৰ মায়া ওপজে। সেয়ে চিপাহীৰ হাতৰ পৰা ৰক্ষা কৰিবৰ বাবে বন দেৱতাই ল'ৰা-ছোৱালী দুয়োকে দুজোপা ফুল গছলৈ ৰূপান্তৰিত কৰিলে। চিপাহীবোৰে গোটেইখন অৰণ্য চলাথ কৰিও ল'ৰা-ছোৱালী দুটিক ক'তো বিচাৰি নেপাই বিফলমনোৰথ হৈ ঘৰলৈ উভতি যায়।

প্ৰকৃতি দেৱীয়ে আশ্ৰয় দিয়া ল'ৰা-ছোৱালীদ্বয়ৰ নাম আছিল অমল আৰু বেইলী। দুয়ো দুজোপা ফুলগছ হৈ মাহীমাকহঁতৰ ক্ৰোধাগ্নিৰ পৰা কোনোমতে ৰক্ষা পৰিল।

দিনবোৰ পিছে কাৰো বাবে বৈ নাথাকে। এদিন-দুদিন কৰি দিন গৈ গৈ বসন্ত কাল পালেহি। বসন্তৰ বা লাগি ফুল গছ দুজোপা ফুলেৰে জাতিষ্কাৰ হৈ পৰিল। এদিন কাউৰী এজনীয়ে সেই গছজোপাৰ পৰা এপাহ ফুল আনি ৰজাৰ পাগুৰিত পেলাই থৈ যায়। ফুলপাহৰ সৌন্দৰ্যত ৰজা বৰকৈ মোহিত হয়। আনকি ৰজাৰ পাত্ৰ-মন্ত্ৰী সকলোৱেই ফুলপাহৰ আকৰ্ষণত বিস্ময়াভিভূত হৈ পৰে। ৰজাই সেই বিশেষ ফুল গছৰ পৰা ফুল ছিঙি আনিবলৈ বছা বছা দুজন চিপাহীৰ ওপৰত ভাৰ অৰ্পণ কৰে। কেইবাদিন ধৰি গোটেইখন হাবি তন্ন তন্নকৈ বিচাৰি অৱশেষত ৰজাৰ চিপাহীহঁতে সেই ফুল গছজোপা দেখিবলৈ পায়। গছ দুয়োজোপাৰ তলৰ পৰা ওপৰলৈকে ফুলেৰে ভৰি থকা দেখি সিহঁত আনন্দত মতলীয়া হৈ ফুল ছিঙিবলৈ আগুৱাই যায়।

সিহঁত ওচৰ চপাৰ লগে লগে এজোপা গছে আনজোপাক ক'বলৈ ধৰিলে—

শুন্ শুন ভাইয়া অমলুৱা



ৰাবাকে চিপাহী ফুলৱা লবেলে

আবত্ হ'না।

এই কথা শুনাৰ লগে লগে আনজোপা গছেও ক'বলৈ ধৰিলে—

শুন্ শুন্ বেইলী বহনীয়া

বহিন ডালে পাতে পসৰি

আকাশোৱা হ না।

তৎমুহূৰ্তে গছ দুজোপা ডাল, পাত আৰু ফুলেৰে সেই আকাশৰ বহু ওপৰলৈ উঠি যায়। ফলত বহু চেষ্টা কৰিও চিপাহী দুজনে এপাহ ফুলো ছিঙিব নোৱাৰিলে। শেষত নিষ্ফল হৈ দুয়োজন চিপাহী ৰাজ্যলৈ ঘূৰি আহে আৰু ৰজাক নিজৰ অপৰাগতৰ বিষয়ে জনায়। গছ দুজোপা ডাল, পাত আৰু ফুলসহ ওপৰলৈ উঠি যোৱা আৰু মানুহৰ দৰে ইনাই-বিনাই গীত গোৱা বুলি জানিব পাৰি ৰজা অতিপাত আচৰিত হয়।

ৰজাই এইবাৰ ৰাজ্যখনৰ ভিতৰতে ধূৰ্ত আৰু বুধিয়ক হিচাপে জনাজাত "নৌৱা আৰু ধবিক" (নাপিত আৰু ধোবি) ফুল আনিবলৈ পঠায়। এওঁলোক দুয়ো ফুলগছ দুজোপাৰ ওচৰ চপাত গছকিজোপাই পুনৰায় গীত জোৰে—

শুন্ শুন্ ভাইয়া অমলুৱা

বাবা দুশমন নৌৱা-ধবি

ফুলৱা ললেৰে আৱত হ্যায় না।

ভনীয়েকৰ কথাৰ উত্তৰত অমলৰূপী ফুলগছজোপাই ক'লে—

শুন্ শুন্ বেইলী, বহনীয়া গে না

বহিন ডালে পাতে পসৰি

আকাশোৱা হ' না।

লগে লগে দুয়োজোপা ফুলগছ বহু ওপৰলৈ উৰি যোৱা বাবে তেওঁলোকে এপাহো ফুল ছিঙিব নোৱাৰিলে। নাপিত আৰু ধোবিয়েও ফুল আনিব নোৱৰাত ৰজাই ছয়োগাৰাকী ৰাণীক লৈ নিজে ফুল ছিঙিবলৈ যায়।

ৰজা আৰু ৰাণী আহি পোৱাৰ লগে লগে ফুলগছ দুজোপাই আকৌ বিননি জুৰিলে—

শুন্ শুন্ ভায়া অমলুৱা
বাবা দুশমন ফুলৱা
লবেলে আৱত্ হ' না।।
শুন্ শুন্ বেইলী বহন্নীয়া
ডালে, পাতে পসৰি
আকাশোৱা হ' না।।

ডাল, পাত আৰু ফুলসহ গছ দুয়োজোপা আকৌ আকাশৰ অনেক ওপৰলৈ উঠি যায়। গছ কিজোপাৰ কাণ্ড আৰু গীতৰ অৰ্থই ৰজাক বৰকৈ ভবাই তুলে। তেতিয়া ৰজাই গছ দুজোপাকে ইয়াৰ অন্তৰ্নিহিত ৰহস্যৰ বিষয়ে জনাবলৈ অনুৰোধ কৰে। গছ দুজোপাই অৱশ্যে ৰজাকে ওলোটাই প্ৰশ্ন কৰে। "মহাৰাজ! আপুনি বাৰু মানুহৰ সন্তান ঝাৰু আৰু কাঠৰ টুকুৰা হোৱা স্বচক্ষে কেতিয়াবা দেখিছেনে?" ৰজাই উত্তৰত নাই দেখা বুলি জনায়। গছ দুজোপাই একেলগে আকৌ প্ৰশ্ন কৰে। "মহাৰাজ! সৰু ৰাণীয়ে কাঠ এডোখৰ আৰু ঝাৰু প্ৰসৱ কৰা আপুনি জানো নিজ চকুৰে দেখিছিল? যদি দেখা নাছিল, তেনেহ'লে আপুনি কি যুক্তিত সেই কথা বিশ্বাস কৰিলে আৰু সৰু ৰাণীক কি দোষৰ বাবে বনবাস দি কাউৰী খেদাবলৈ নিযুক্তি দিয়ে আমাক জনাবনে?"

এই কথাখিনি শুনাৰ পিছত ৰজাৰ গালৈ হঁচ আহে। বৰ ৰাণীসকলৰ ষড়যন্ত্ৰত পৰি ৰজাই কিমান ভয়ানক অন্যায় বিচাৰ কৰি সৰু ৰাণীক অযথা শাস্তি বিহিলে সেই কথা ৰজাই মৰ্মে মৰ্মে উপলব্ধি কৰিব পাৰিলে।

ৰজাই তৎক্ষণাৎ আটাইকেউগৰাকী ৰাণীকে বন্দী কৰিবলৈ হুকুম দিয়ে। তাৰ পিছত ৰজাই সৰু ৰাণীক আনিবলৈ মানুহ পঠায়। সৰু ৰাণীক অহা দেখি গছ দুজোপাৰ ডাল, পাত আৰু ফুলবোৰ তললৈ নামি আহে। তেতিয়া ৰজাই ক'লে, "যদিহে তোমালোক প্ৰকৃততে মোৰ সন্তান হোৱাঁ তেন্তে মানুহৰ ৰূপ লৈ ওলাই আহাঁ।" এই কথা কোৱা মাত্ৰকে ফুলৰ মাজৰ পৰা অপূৰ্ব সুন্দৰ ল'ৰা-ছোৱালী এহাল ওলাই আহি সৰু ৰাণীক মা মা বুলি আঁকোৱালি ধৰেহি। এনেকৈয়ে অলেখ জ্বালা-যন্ত্ৰণা ভোগাৰ পিছত অমল আৰু বেইলীয়ে নিজৰ



পিতৃ-মাতৃ লাভ কৰে। আনহাতে সুদীৰ্ঘদিন অপেক্ষাৰ পিছত ৰজাই সন্তানৰ মুখ দেখিবলৈ পায়। কেৱল এয়ে নহয়। মৰমৰ পত্নীৰ লগতো ৰজাৰ পুনৰ মিলন হয়।

ইয়াৰ পিছত ৰজাই বদমাচ ছয়োজনী ৰাণীকে চৰম শাস্তি প্ৰদান কৰে আৰু পুত্ৰ-কন্যা, ভাৰ্যাৰ লগত মহা সুখত দিন কটাবলৈ ধৰিলে।

হামাৰ কাহ্নি সিৰাই গেল।
ঢেঁকীয়া শাগ বুঢ়াই গেল।।



# ধেন্দা টোৱৰ ছঁড়া

প্ৰবাদ আছে যে দূৰ অতীতৰ কোনো এখন গাঁৱত ধেন্দা টোৱৰ ছঁড়া (পিতৃহীন অঁকৰা ল'ৰা) এজন আছিল। মাক অতিপাত দুখীয়া পৰিয়ালৰ হোৱা বাবে 'আৰ-তাৰ' ঘৰত লেদেনা উকতি ল'ৰাটোক পোহপাল দি ডাঙৰ-দীঘল কৰে। পিছে ল'ৰাটো তেনেই অঁকৰা হোৱা বাবে মাকৰ দুখৰ দিনৰ অন্ত নপৰিল। মূলধনৰ সুত বঢ়াদি তাইৰ দুখৰ সীমা-সংখ্যাও দিনক দিনে বাঢ়িহে গ'ল।

ইতিমধ্যে টোৱৰ ছড়াৰ জীৱনৰ ওপৰেদি ষোলটা বসন্তই মেলানি মাগিছিল। সিদিনাৰ 'কঁহে কঁহে' টোৱৰ ছঁড়াটো এতিয়া জোৱান হৈ আহিল। সেয়ে এদিনাখন ভাত খাই থাকোঁতে মাকে ক'লে, "বেটা! তই এতিয়া জোৱান হলি। সৰু কালতে বাবাই তোৰ বিয়াখন পাতি থৈ গৈছে। তই শশুৰৰ ঘৰলৈ যা আৰু গৌনা কৰি বহুক লৈ আহগৈ।" পুতেকে ক'লে, "মা মই শশুৰৰ ঘৰলৈ যাম আৰু বহু লিয়ান কৰি আনিমগৈ। কিন্তু শশুৰৰ ঘৰ বহুত দূৰ। সেয়ে বাটত খাবলৈ খোৱা বস্তুৰ যোগাৰ কৰি দিয়া।"

মাকে যতনাই দিয়া খোৱা বস্তু লৈ বহু পহিল লিয়ান কৰিবলৈ সি যাত্ৰা আৰম্ভ কৰিলে। শহুৰেকৰ ঘৰত তাক আদৰ-সাদৰ কৰি কেইবাদিনো ৰাখে। কেইদিনমানৰ পিছত সি ঘৰলৈ আহিবলৈ ইচ্ছা প্ৰকাশ কৰে।

জোঁৱায়েকৰ ইচ্ছানুযায়ী শাহু-শহুৰে বেটী বিদায় দিলে। সমাজৰ দস্তুৰ মতে 'ধতি, গামছা আৰু কামিজও উপহাৰ হিচাপে জোৱায়েকক দিলে। সেই দিনত চলি থকা প্ৰথানুযায়ী ল'ৰাটো আগে আগে আৰু ছোৱালীজনী পিছে পিছে ভালেখিনি বাট আহিল। গৰমৰ প্ৰকোপ চৰি যোৱাত জিৰণি ল'বৰ বাবে সিহঁত এজোপা গছৰ তলত বহে। হঠাতে সি ঘৈণীয়েকৰ ফালে লক্ষ্য কৰাত দেখে যে ঘামত তিতি তাইৰ শিৰৰ সেন্দুৰকণ গোটেইখন কপালতে বিয়পি পৰিছে। তাকে দেখি সি মনে মনে ভাবিবলৈ ধৰিলে— "হায়! হায়! এই কপালফটাজনীকে ঘৈণী কৰি মই নিবলৈ আহিছিলো। যি ধৰণে তাইৰ ফটা



কপালেদি তেজ ওলাব ধৰিছে, তাইচোন ঘৰ গৈ পোৱাৰ আগতেই বাটতে মৰি থাকিব। গতিকে তাইক আন কিবা ভাল বস্তু পালে তাৰ লগতে বদলাই ল'ব লাগিব।"

এইদৰে ভাবি-চিন্তি থাকোঁতেই এটা বলদ গৰু লৈ মানুহ এজন আহি সেইখিনি পালেহি। সি পেটে পেটে ভাবিলে— "এই বলদ গৰুটোৰ লগতে মোৰ মানুহজনী বদলাই ল'ব লাগিব।" যেনে ভাব তেনে কাম। সেয়ে সি গৰুৰ মালিকক সুধিলে— "হেৰা বাটৰুৱা! মোৰ এই মানুহজনীৰ লগত তোমাৰ বলদটো সলনি কৰিবানে?" কথা শুনি মানুহজনে বৰ ভাল পালে আৰু আনন্দ মনে বলদটোৰ সলনি মানুহজনী লৈ সি ঘৰমুৱা হ'ল।

কপাল ফটা বুলি ভৱা ধেন্দাই নিজৰ ঘৈণীয়েকৰ সলনি শকত-আৱত বলদ গৰু এটা পাই বৰ আনন্দ পালে। গৰু লৈ ঘৰলৈ আহোঁতে সি বাটতে ফেনে-ফোটোকাৰে ভৰা নৈ এখন দেখি বৰ ভয় খালে। সি সাঁতুৰিব নাজানে। গতিকে কিদৰে নৈখন পাৰ হ'ব ভাবি থাকোতেই হঠাতে সি গৰুটোক কোবাই দিয়াত গৰুটো নৈৰ পানীলৈ নামি গ'ল। সেই চেগতে সি গৰুৰ নেজত ধৰি কোনোমতে নৈ পাৰ হয়। গৰুটোক মনে মনে প্ৰশংসা কৰি আহি থাকোঁতে গৰুটোৱে পেছাব কৰা দেখি সি বৰ চিন্তিত হৈ পৰিল। সি ভাবিলে— "হে ভগৱান। গৰুটোৰ দেখোন পেট ফুটা। গতিকে এই গৰুটোও সৰহদিন জীয়াই নাথাকিব।"

এইবোৰ কথাকে মনতে পাগুলি গৰু লৈ সি আহি আছিল। এনে সময়তে এটা ছাগলীৰে সৈতে এজন মানুহ সি বাটতে লগ পালে। সি ছাগলীৰ মালিকক নিজৰ গৰুটো দিলে আৰু তাৰ সলনি ছাগলীটোকে ল'লে। ছাগলীৰ লগত তাৰ পেট ফুটা বলদ গৰুটো সলাব পৰা বাবে সি বৰ আনন্দ পালে।

এটা সুস্থ-সবল আৰু নোদোকা ছাগলী লাভ কৰাৰ আনন্দত সি ভালেখিনি বাট অতিক্ৰম কৰিলে। পিছে দুপৰীয়াৰ ৰ'দৰ প্ৰকোপ বাঢ়ি যোৱাত বাটতে পোৱা পিপল গছ এজোপাৰ ছাঁত জিৰাবলৈ ল'লে। লগতে ভোকত কলমলাই থকা পেটৰ ক্ষুধা নিবাৰণৰ অৰ্থে শহুৰেকৰ ঘৰৰ পৰা দি পঠিওৱা জলপানখিনি খাবলৈ ধৰিলে। এই সময়তে গছৰ ছাঁত জিৰণি লৈ থকা ছাগলীটোৱেও ঘাঁহ পাগুলি আছিল। সি কটি চোবাওঁতে ছাগলীটোৱে ঘাঁহ পাগুলা দেখি তাক ভেঙুচালি কৰা বুলি ধৰি ল'লে। সি ছাগলীটোক দাবি-ধমকিও দি চালে। কিন্তু ই কটি মুখত ভৰাই চোবাবলৈ লোৱাৰ লগে লগে

ছাগলীটোৱেও মুখখন ল'ৰাই থকা দেখি তাৰ বৰ খং উঠিল। সেয়ে মালিকক ভেঙুচালি কৰা 'দগাবাজ' ছাগলীটোক সি বাটতে আন কিবা ভাল বস্তুৰ লগত সলনি কৰি ল'বলৈ সংকল্প লয়।

এইদৰে ভাবি ঘৰলৈ আহি থাকোঁতে সি এজন কোমোৰা বেপাৰী লগ পায়। বেপাৰীজনৰ পৰা কোমোৰাটো লৈ সি ছাগলীটো দি দিয়ে আৰু মনৰ আনন্দতে আহি ঘৰ পালেহি।

কোমোৰাটো কটা-বছা কৰি সি মাটিৰ পাত্ৰত সিজাবলৈ লয়। কাঠ খৰিৰ দপদপীয়া জুইত কোমোৰাখিনি বকবককৈ উতলিবলৈ ধৰে। সি সেইটোকে পাঠা ছাগলীয়ে মাইকী ছাগলীক প্ৰেম নিবেদন কৰিবৰ সময়ত কৰা বেবনি বুলি ধৰি ল'লে। সেয়ে সি বৰ লাজ অনুভৱ কৰে আৰু নিজকে নিজে ক'লে, "মই কিবা পাঠী ছাগলী নেকি যে এই কোমোৰাখিনিয়ে ব' ব' কৰি পাঠা ছাগলীৰ দৰে বেবাই আছে।" সি সিজি থকা কোমোৰাখিনিক ধমকি দি ক'লে, "ঐ শ্যালা! লাজ লগা নাইনে? কি ছাগলীৰ দৰে বেবাই আছ। চুপ থাক।" এইদৰে ধমকি দি সি জুইকুৰা বঢ়াই দিয়াত কোমোৰা উতলাৰ বকবকনি আৰুহে বাঢ়িল। সি এইবাৰ খঙত অগ্নিশৰ্মা হৈ ক'লে, "শ্যালা চক্ চুপ থাক। নহ'লে একে থেকেচাতে ভাঙি চুৰমাৰ কৰিম বাপেকে।" সি বাৰম্বাৰ কোৱাৰ পিছতো কোমোৰাৰ বকবকনি নকমাত সি খঙত টিঙিৰি-তুলা হৈ সিজি থকা মাটিৰ পাত্ৰটো দাঙি নি মাজ চোতালতে গাৰ জোৰেৰে থেকেচ মাৰি দিয়ে। ফলত পাত্ৰটো ভাঙি চুৰমাৰ হৈ যায় আৰু আধাসিজা কোমোৰাৰ আঞ্জাখিনি চোতালৰ চাৰিওফালে সিঁচৰিত হৈ পৰে।

চোতালত হোৱা শব্দটো শুনি বুঢ়ী মাক ঘৰৰ ভিতৰৰ পৰা বাহিৰলৈ ওলাই আহে। পুতেকৰ পৰা সকলো কথা শুনাৰ পিছত মাকে ক'লে, "হওঁতে কপালফটা বোৱাৰীজনী আৰু পেটফুটা বলদটো সলাই তই ভালেই কৰিলি। কোমোৰাৰ অসভ্য কথাখিনি শুনি মাকেই লাজ পালে।" তথাপি মাকে তাক উপদেশ দিয়াৰ সুৰত ক'লে, "সংসাৰ চলাবলৈ হ'লে অলপ 'সিয়ানা' (চালাক) হ'ব লাগে। বুজিছ বেটা।" কোমোৰাৰ তৰকাৰী খাবলৈ নোপোৱা বাবে বুঢ়ীয়েও দুখ প্ৰকাশ কৰে।

ক্ৰমে দিন গৈ খেতিৰ বতৰ আহি পালে। মাকে এদিন 'খুৰপি' এটা দি পুতেকক ধান ৰুবলৈ পঠিয়ালে। কিন্তু 'টোৰৰ ছঁড়া' ইমানেই 'ধেন্দা' আছিল যে সি ধান ৰোৱাৰ বিষয়ে একোকে নেজানে। কাজেই সি খুৰপিৰে গাঁত



খান্দি ধান গছৰ শিপাবোৰ ওপৰলৈ দি পাতৰ ফালটো মাটিৰ তলত পুতি থ'লে। এনেকৈয়ে কিছু সময় ধান ৰোৱাৰ ফলত সি ভোক অনুভৱ কৰিলে। সি থিয়কৈ মাটিত পুতি লৈ 'খুৰপি'টোক উদ্দেশ্য কৰি ক'লে, "তই ধান ৰুই থাকিবি দেই। মই জলপান আনিবলৈ যাওঁ। মায়ে কৈছে, সোনকালে কামটো শেষ কৰিব লাগে। গতিকে তই 'জলদাজলদি' কাম কৰিবি। বুজিছ।" ইয়াকে কৈ সি জলপান আনিবলৈ যায়গৈ।

ঘৰত সি মাকক দুভাগ জলপান দিবলৈ কয়। মাকে কাৰ বাবে আৰু এভাগ জলপান লাগে বুলি সোধাত সি ক'লে, "এভাগ মোৰ আৰু আনভাগ খুৰপিটোৰ বাবে।" সেইমতে মাকে দিয়া জলপান লৈ সি পথাৰলৈ গ'ল। সি এভাগ জলপান নিজে খায় আৰু আনভাগ খুৰপিটোলৈ আগ বঢ়াই খাবলৈ কয়। বহু সময় জুৰি খুৰপিয়ে জলপান নোখোৱাত সি বৰ আচৰিত হয় আৰু খুৰপিটোৰ গাত হাত দি চায়। ৰ'দৰ তাপত খুৰপিটো ভীষণ গৰম হৈ থকা বাবে সি খুৰপিৰ জ্বৰ উঠা বুলি ধৰি ল'লে। সি এডাল ৰছীৰে বান্ধি খুৰপিটো নাদৰ পানীৰ মাজত কিছু সময় ডুবাই ৰাখে। তাৰ পিছত ওপৰলৈ তুলি আনি চুই চালে। খুৰপিটো চেঁচা লগাত খুৰপিৰ জ্বৰ শাম কাটিছে বুলি ভাবি সি মনতে বৰ আনন্দ পায়।

কিছুদিনৰ পিছত তাৰ মাকৰো জ্বৰ উঠে। জ্বৰত মানুহজনী ভাত-পানী খাব নোৱৰা হ'ল আৰু শেষলৈ ভ্ৰম বকিবলৈ ধৰে। পুতেকে জনামতে আটাইবোৰ বন-দৰব খুৱালে। কিন্তু মাকৰ জ্বৰ এবাৰ কোনো লক্ষণ দেখা নগ'ল। কিদৰেনো মাকৰ জ্বৰ ভাল কৰিব সেই চিন্তাত সি নিমগ্ন হ'ল। অনেক ভবা-চিন্তা কৰাৰ পিছত খুৰপিৰ জ্বৰ ভাল কৰা কথাটো তাৰ মনত পৰে। বচ্ আৰু ৰক্ষা নাই। সি ডিঙিত চিপজৰী দি মাকক নাদৰ পানীত ডুবাই থয়। বেচ কিছুসময়ৰ পিছত সি মাকক ওপৰলৈ তুলি আনে আৰু চুই চাই দেখে যে মাকৰো জ্বৰ এৰিল। তাৰ বুদ্ধিয়ে কাম কৰা দেখি সি বৰ ৰং পালে। কিন্তু বহু সময় ধৰি মাত-বোল কৰিও মাকৰ পৰা কোনো উত্তৰ নোপোৱাত তাৰ মাক মৰিল বুলি জানিব পাৰিলে।

মানুহ মৰিলে সিহঁতৰ সামাজিক প্ৰথা অনুযায়ী নৈৰ পাৰত 'চিতা' সজাই মৰাশ জ্বলোৱা হয়। পিছে সকলো মানুহে কৰা কামটো কৰিবলৈ তাৰ সৎ নগ'ল। কাৰণ সিটো আৰু আন মানুহৰ 'ঢেঙৰ' নহয়। গতিকে সি নিজৰ খুচীমতে মৰাশ সৎকাৰ কৰিবলৈ মন মেলে।

মৰাশটো সি ঢাৰিত মেৰিয়াই পাহাৰৰ টিঙত উঠি তাৰ পৰা বহু

আঁতবলৈ দলিয়াবলৈ কান্ধত তুলি গৈ থাকে। এনেকৈ পাহাৰ বগাই যাওঁতে মৰাশটো ঢাৱিৰ মাজৰ পৰা পিছলি ওলাই বাটতে পৰি যায়। সি পিছে সেই কথা গমকে নাপালে।

পাহাৰৰ বহু ওপৰৰ পৰা সি শুদা ঢাবিখনকে দলি মাৰি পঠায়। সি ভবামতে মাকৰ শৱ সৎকাৰ কৰি সি পাহাৰৰ পৰা নামিবলৈ ধৰে।

নমাৰ পথত সি মাকৰ মৰাশটোকে বাটত পৰি থকা দেখে। বাটৰ মাজত তেনেদৰে মৰাশ পেলাই দিয়া বাবে তাৰ বৰ দুখ লাগিল। সি মৰাশৰ আত্মীয়-স্বজনক গালি পাৰিবলৈ ধৰিলে আৰু মৰাশটোৰ ওপৰেদি জাপ মাৰি পাৰ হৈ সি নিজৰ ঘৰলৈ বুলি খোজ লয়।

হিঁয়ে হামনিকে কাহ্নীটা আঁন্দাই হ'ল।





# ঝৰে আৰ বাজুন কে কাহ্নি

কাহাৰত হ্যায় যে বহুত পুৰণা যুগ মে ঝৰে আৰু বাজুন বইল্ কে দুভাই ৰহ হালাই। বাজুন ডাঙৰ আৰু ঝৰে ছট। যে বছৰ বাজুন সাদী কইৰকে বহু আনল অছে বছৰ ওসবকে মাই-বাপ মৰল। বাজুন ঘৰ-সংসাৰকে দায়িত্ব গ্ৰহণ কৰল। খেতি-বাতি আৰু ঘৰ-কাৰনা অহে চালাই লাগল।

থৰা দিনকে পাছে এইৰকম একটা ঘটনা ঘটল যে বাজুন কে বহু বহুত বেমাৰ লৈ গেল। বেমাৰটা কখনঃ কম, কখনঃ বেছি, কম দিন অলপ ভালা ত কন দিন খাৰাপ— এহে ৰকম অকৰ দিন কাটে লাগল। বখাৰ কে মাৰে ও লাহে লাহে দুব্‌লা-পাতলা হৱে লাগল। তখন একদিন বাজুন অকৰ ছট ভাই ঝৰেকে বলল— "দেখ্‌বে ভাই। তৰ ভজি বড়ি বেমাৰী হৈ গেল। ওসব চলে-ভুলে নাই পাৰহ। ইদিগে হামে হাৰ যতেলে যহ্‌িক লাগে। সেহে খাতিৰ আইঝ্ সে দিনেকে বেলা তঁহে ভাত-পানী ৰান্ধবে। আইঝ্ ভাত ৰান্ধবে। তিন্ পৈলা*১ ৰান্ধবে। বুঝ্‌লে? এহেটো বইল্‌কে হাৰ-যুৱালী কান্ধে সেইকে গৰুগুলা খেদাই খেদাই বাজুন পাথাৰ দিগে চইল্ গেল।

আভি বাৰে আগুন ধাৰাল। বটোৱা মে পানী দেইকে চুল্‌হাক্ ওপৰ চড়াল। বহুত মট মট কাঠখড়ি চুল্‌হামে ঠেকাই দেল। হদ্‌হদাইকে আগুন ধই্‌ব্ গেল। যখন বটোৱাকে পানী ডবকে লাগল, ও পৈলা খইজকে ঘৰে মাত্ৰ একেটা পাল। ও ভাবল হে ভগবান! ঘৰতে' একেটা পৈলা হ্যায়। দাদা তিন পৈলা ৰান্ধেলে বলল। একেটা পৈলা ৰান্ধৱ ত দাদা বকত। কাকৰঃ ঘৰসে আৰু দুটা পৈলা মাইঙ্গকে আনব।

এহেৰকম চিন্তা কইৰকে ও গাঁৱকে কাকৰঃ ঘৰসে আৰ দুটা পৈলা আইন্‌কে তিনটা পৈলা বটোৱামে ভৰাই দেল। দুপহৰ তক ও এহে কামটা কৰতে ৰহল। ওহে সময় অকৰ দাদা হাৰ খইল্‌কে ঘৰ আল। হাৰ-যুৱালি ৰাখল; গৰুগুলা খইল্‌কে গহাইলমে ঢুকাইকে খেৰ-নাৰা খাইলে দেল। হাত-

*১ = পৈলা চাউল জোখা পাত্ৰ। (এসেৰিয়া পাত্ৰ)

মুখ ধইকে ভিতৰ গেল আৰু ঝৰেকে পুছ্‌ল। "ভাত ভেল ৰে।"

"হাম ত তখনেসে বান্ধহি।" ঝৰে বলল। দাদা তখন বলল। ঠিকে হ্যায়। আভি বান্ধ বাৰু। আচ্ছা। তৰ ভজিকে কি হ'ল? "মুন্‌গা গাছকে নীচে' ও বাতাল। "হামে একটা খাটি বিছাই দেলি। হঁৰে ব'দ লৈইকে পাটাল হ'।"

বড় ভাই তখন আপন বহু সামনে যাইকে পুছ্‌ল; "আভি কি ৰকম লাগহ? কাঁহা দৰত হ বলত। কামকে দিনমে বেমাৰ হলে, হামাৰ হিচাবসে বড়ি মস্কিল, জানেহে নে? হামনি ক্বিৰকম যে খেতি উঠাব? হঁহঃ বেমাৰ হেঁ। একলা হামৰ বহুত দিগদাৰী হঅহ। হামকে সাহায় কৰেলে কেও হাই হ্যায়। তই জলদি ভালা হ।"

অকৰ বহু তখন বলল, "হামৰ বাইহঁগুলা আৰু গড়গুলা থড়া মালিস কইৰ দেৰা? বহুকে মালিস কৰে লাগল। অকৰ বহু বলল— "শুখ্‌নামে মালিস কৰলে চাব্‌চাব্‌াই মাহং। থৰা মিঠা তেল আনবা যাৰা।"

ঝৰে গহাইল্‌কে গৰুগুলাকে পঁৰা দেইকে ঘৰ ভিতৰ গেল আৰু আগুনটা শলগাই দেল। এহে সময় অকৰ দাদা মিঠাতেল লেবেলে আইকে বললঃ "হাঁৰে ভাত ভেল?" ভাই কন নাই বলল। দাদা তখন বলল, "দেত চাটু, হাম চালাই দেখব, তই কি ৰকম ভাত বনা হে?" চাটু লৈকে চলাইক্ সময় ধুং-ধাং বাজল ত ও ভাইকে পুছ্‌ল— "কি জাইত বাজ হ ৰে?" বটুৰাটা বেঁকা কইৰকে দেখল যে তিনটা চাউৰ জখা পৈলা হ্যায়। তখন অকৰা গাহি দেৰে লাগল— পৈলা বটুৰামে কাহেলে ঢুকালে ৰে? তই একটা বুৰ্বক লাগে। তৰ অলপঃ বুদ্ধি নাই হ।" তখন ঝৰে বলল ঃ "দাদা, তঁহেত বললে, তিন পৈলা ৰান্ধবে। তই দেইখ্ লে তিনেটা পৈলা হাম ৰান্ধহি।

তখন অকৰ দাদা অকৰা বড়ী গালাগালি কৰল। "চাউৰ নাই দেলে ভাত কাহাঁসে হত? পৈলা সিঝাল ভাত হত নেকি?"

দাদা, তখন নিজে ভাত ৰান্ধল আৰু কতনা চাউৰ মে কতনা পানী দেব লাগে সেতা আপন ভাইকে শিখাই দেল।

তাৰ পাছে একদিন দাদাটা অকৰ ভাইকে বলল, "গৰু চাৰাইলে যা। জিৰাই লে নাই দেবে, নাইত ঃ অখনিকে পেট নাই ভৰত।" ঝৰে গৰু চৰাইলে গেল।

দুসৰা দিন দাদা বলল, দেখ্‌ৰে ঝৰে। "তই আইঝ্ হাৰ জতেলে যা।



একটা টাঙ্গী (কুঠাৰ) লেই যাবে সঙ্গে। যদি হাৰ কন শিকড়মে আটেইক যাতঃ ত টাঙ্গী চালাবে।" ভুল নাই কৰবে। গৰুগুলা যুঁৰালিমে জইৰ কে হাৰ জতবে। বুঝলে।"

সঁচে, ঝৰে যুৰালি মে গৰু জইড়কে হাৰ জতে লাগল। হাৰ জত্‌তে জত্‌তে একবাৰ শিকড়মে লাইগ্ গেল। সঙ্গে সঙ্গে ঝৰে কুঠাৰ চলাল গৰুকে ঠেঙ্‌ৰি সে। যাত্‌না বাৰ হাৰ শিকড় মে লাগল প্ৰত্যেকবাৰ ও টাঙ্গী মে গৰুকে গ'ৰ কাটল আৰু শেষে গৰুগুলা একদম লেংৰা হৈ গেল। বাৰ বাজা সময় যখন গৰুগুলা ঘৰ আনল, গৰুকে অৱস্থা দেইখ্‌কে অকৰ দাদা পুছ্‌ল ঃ "গৰুগুলা কাহে লেংৰাহ'?"

ঝৰে বলল, "তই যে কুঠাৰ চালাইলে বললে, অহেলে।"

"কি লে কাট্‌লে", বাজুন পুছ্‌ল।

ঝৰে তখন বলল— "কাহে, দাদা। তঁহেত কুঠাৰ চালাইলে বললে। কন শিকড়মে হাৰ লাইগ্ গেলে, কুটাৰ চালাবে। নাই বললে? আৰ আভি পুছহেঁ, কাহেলে......।" তখন অকৰ দাদা, অকৰা বড়ী গাইল দেল আৰু বলল— "তই একটা জধামুৰ্খ লাগে। তকে শিকড়-বাকড় কাটে লে বললি; গৰু কাটেলে নাই বললে হালি। বুৰবুক্। এহেৰকম তই ঘৰ-সংসাৰ চালাবে? চয়তান কাঁহিকা।"

পাছে ও বলল। কাইল সে তই ভাৰ ৰান্ধবে! বটুৰাকে পানী যখন ওসুম হত তখন চাউৰ দেবে। যখন ভাত ডবকে লাগত, তখন চালাবে। হাথে চিপ্‌কে দেখ্‌বে। ভাত যখন নৰম লাগত, মাৰ পাসাবে আৰু ভাতকে বুটুৰা চুল্‌থা সে নাভাইকে ৰাখবে। আইঝ ৰাইতে হাম দেখাই দেব। সবটা শিখ্ লেবে।

ঝৰে আইঝ্‌কাল ভাত বনাই লাগল। দিন যাতে ৰহল। একদিন বাজুন বলল— "শুন্‌ৰে ভাই। আইঝ্‌কাল তই ভাত বনাইলে শিখ্ গেলে। আইঝ্ আৰু একটা বাত বলে খজহি। ভাত বান্ধল পাছে তই পানী গৰম কৰবে। যখন পানী সিব্ গৰম (কুহমীয়া) হত, তখন অহে পানীমে ভজিকে গাত ধৰাই দেবে।" অহেটা বইল্‌কে ও হাৰ জতেলে চইল গেল।

ঝৰে ভাত-পানী বনাল। তকৰ পাছে দাদাকে হুকুম মতে পানী গৰম কৰল। পানী খুব ভালাসে ডবক্‌াইকে বেমাৰী ভজিকে গাতৰে ধাইল্ দেল।

ভৰ্ত্তি বটোৰা ডবকল পানী ধালা সঙ্গে, ওকৰ ভজি টিৰ্‌ৰাই (মৰা) গেল। পানী যখন আনঃ হালঃ তখনে অকৰ ভজি মানা কৰ হালঃ; মগৰ ও ধামালি বইল কে ভাইৰকে হাঁইস-হাঁইস্ কে ওকৰ গতৰে ধাইল্ দেল। আৰ সঙ্গে সঙ্গে অকৰ ভজি মইৰ গেল।

ভজি চুপচাপ হৈ গেল ত ও ভাবল যে সিনান্ কইৰকে আৰাম পাল। সেহেলে সুমাই গেল। ওৰকম ভাইৰ্‌কে একটা চাদৈৰ আইন্‌কে অকৰা অড়াই দেল।

থৰা দেৰীকে বাদে অকৰ দাদা পাথাৰ সে আতে মাত্ৰ পুছল— "ভজিকে গাত ধৰালে?"

"হাঁ", ঝৰে বলল। "গাত ধৰাইকে চাদৈৰ অড়াই দেলি।" অকৰ দাদা তখন গৰুগুলাকে গহাইলমে বান্ধল আৰু আপন বহুকে দেখেলে গেল। চাদৈৰ গুচাইকে দেখল, অকৰ বহু মইৰ ৰহলেহ। তখন ও বলে লাগল— "কনঃ সন্দেহ নাই হ্যায়। অহে বদমাস্‌টা ডবকল পানী ধাইলকে হামৰ বহুকে মৰাই দেল। আৰ কান্দে লাগল।

"কাহেলে", ও বলল, "ঘৰম পানী ধাইল্‌কে অকৰা মৰালে?" আইঝ্ হাম তকে নাই ছাড়ব। যবতক তৰ জান নাই লেব, তবতক্ তকে হাম নাই ছাড়ব।" অকৰা কাটেলে তখন ও ফাৰসা খজে লাগল।

ঝৰে ভাইগ্ গেল। ডাঙৰ ভাই্‌টা ফাৰসালেকে অকৰা দৌৰাই লাগল। খেদ্‌তে খেদ্‌তে যখন হাবিমে ধুইক গেল, তখন আৰ অকৰা অইজ কে নাই পাল। হাবিক্ মাঝে ঝৰে একটা ছাগৰী পটা পাল। অহেটো লেই আইনকে ঝৰে বলল। "দাদা! হামে ছাগৰী মাংস পালি খাব, চল।

বাজুন বলল, "যবতক তকে নাই মৰাব, তবতক তকে নাই ছাড়ব।"

ঝৰে বাত শুইন্‌কে ফেইৰ্ ভাগল আৰু অকৰ দাদা পিছি পিছে কুদাই লাগল। ছাগড়ী পটা লেই্‌কে ঝৰে একটা গাছকে ধধৰ (ধোন্দ) মে ধুই্‌ক গেল। বাজুন একটা সিধা গাছপুলি কাই্‌টকে গজঃ কৰল আৰ গাছকে ধধৰ মে কুঁচে লাগল। ঝৰে তখন ছাগ্ৰী পটা আগৰাই দেলৱ। পটা ফুইট্ কে ঝৰ নিকই্‌ল গেলষ। অহেটো দেই্‌খকে বাজুন ভাৱল যে ঝৰে মইৰ গেল। "থুই! শ্যালা, শয়তান কাঁহিকা", বইল্‌কে বাজুন আপন ঘৰ চইল্ গেল।

ঘৰে যাইকে গৰুকে ঘাঁস দেল। গাঁৱকে সবমানুষকে হাঁকাল। সভেকেই



মিল্‌কে মৰঘটীয়ামে অকৰ বহুকে মাটিদেল।

কেইদিন ৰকম হ'ল। ও ভজ কে জগাৰ কৰল। অকৰ ভাই আৰ বহু, দুঅ'ঝন খাতিৰ। কাম কে দিন ঘৰ-দুৱাৰ নিপা-পতা কৰল। আঙ্‌নামে গবৰ ঝিতা দেল। সাঁঝে সময় গেইগ' মান সাঁড়া মুৰুগী (মতা কুকুৰা) আৰু ছাগড়ী পূজা কৰল।

মাস্ কাটা-বাছা হৈ জাল কে পাছে ৰান্ধ-ৰান্ধী কৰল। ডাঙৰ টোপা মে এক টোপা ভাত আৰ এক টোপা মাস্ তৰকাৰী সেইকে জংঘল মাঝে দুবটীয়ামে দুঅ' ঝন্ মুৰদাকে আত্মা কে খাতিৰ আগ বাঢ়াল। অকৰ বহুকে নাম ধই্‌ৰকে তিনবাৰ হাঁকাল, "আও ভাত খাই লে।" ভাইকে নাম ধইৰ কে সেহে ৰকম তিনবাৰ হাকাল, "ঝৰে, আও ভাত খাই লে।" হাবিকে ভিত্‌ৰে লুকাল জাঘাসে ঝৰে বলল, "দাদা। হাম জাহি। বহুত দিনসে ভুখে হি। ভাত-পানী সব খাব।"

বাত শুইনকে বাজুন চমইক্ গেল। ভাৱল। হামৰ বঙ্গা বাত কৰহ। ভয়ে ও ঘৰ ভাইগ্ কে আল আৰু পৰসিয়া সৱকে পুছে লাগল— "তহনি কে বংগা জবাব দেহ?" সভেকই বলল। নাইৰে ভাই। আইঝলে কন বংগা কখনঃ জবাব নাই দেহ। তখন একঝন বুঢ়া বই্‌ল উঠল— "হুঁ তৰ বংগা পৰগত হল।" অলপ সাৱধান ৰহবে ছাঁহুৰ ঝুকাইকে সময়।"

বাজুন যখন ঘৰ গেল, তঅনে সঙ্গে সঙ্গে ঝৰে নিকই্‌ল্ কে আইকে ভাত আৰু তৰকাৰী সভেটা সেই গেল। থৰা দূৰ যাইকে ভাত-মাস খাইলে লেল আৰু চিলাই লাগল— "ঐ যানেৱালা, হাবিকে ৰহনেৱালা, কেও ভাত খাবে যদি আও। হামৰ সঙ্গে বহুত ভাত-মাস হ্যায়। অহে সময় কেইঝন মান চৰ (চোৰ) যা হাল ভুখে-পিয়াসে। ওসৱ জলদা-জলদি ঝৰেকে সামনে আইকে ভাত খাইলে খজল। ঝৰে বলল, "তহনি সঙ্গে হামকে লেগবে ত ভাত খাই পাৰবে।" চৰগুলা মান্তি হল। সভেঝন ভাত-মাস বঢ়ি আৰাম সে খালঃ। খাই-দাই কে সভেঝন চৰ কৰেলে গেল। এক ঘৰে ওসব সিন্ধ্ মাৰল (সিন্ধি খানিলে) চৰসভ ঘৰ ধই্‌ককে খাঁড়-বাচন, টাকা-পইচা আৰু গহনা খজে লাগল আৰু ঝৰে আন্ধাৰে-মুন্ধাৰে তমই্‌ৰকে একটা মান্দৈৰ পাইকে বাজাই লাগল। বাজনা শুই্‌নকে ঘৰকে আদমীগুলা জাই্‌গ গেল। তখন উপাই নাই পাইকে চৰগুলা আপন হাঁথে জান বাঁচাইকে ভাইগ্ নিকল লঃ।

থৰা দূৰ যাইকে চৰসব ঝৰে কে খুউব বকলঃ। "মুৰ্খ, বুৰ্বক কাঁহিকা।

কিলে তই মান্দৰ বাজালে? তৰ খাতিৰ হামনি চৰ কলেলে নাই পাৰলি। তকে আৰ হামনি সঙ্গে নাই লেব।" ঝৰে তখন বলল, "ঠিক হ্যায়। তবে হামৰ ভাত-মাস ঘুৰাই দে?" ভাত আৰ মাস কাঁহাসে দেব। আচ্ছা বাৰু, যাবে চৰ কৰেলে। পাছে সাৱধান ৰহবে। আবৰি কনৰকম গন্দগল নাই কৰবে। বুঝ্লে।"

ওসব আবৰি একঝন ডমকে ঘৰমে সিন্ধি দেইকে চৰ কৰেলে ধুকলঃ। যখন দুস্ৰা চৰগুলা খাৱা বস্তু খজ হলঃ তখন ঝৰে এটা বাঁশী খইজ কে পাল আৰু এটা ও বাজাই লাগল। বাঁশীকে আৱাজ শুইনকে ডমকে ঘৰগোষ্ঠী জাইগ্ উঠল। ধৰা পৰেক্ ভয়ে তখন ওসব ভাইগকে নিকইল্ গেল। ওসব ফেইড় ঝৰে কৈ গাবি দেল, "শ্যালা, বদমাস। তৰে খাতিৰ হামনি কামিয়াব হৱে নাই পাৰলি। তকে আৰ হামনি সঙ্গে নাই লেব।" ঝৰে বলল, "আ হা হা! হামৰ ভাত-মাস ঘুৰাই দে।" চৰগুলা ভালা কাঁহাসে ভাত-মাস ঘুৰাই দেবে পাৰত? অখ্নি বাধ্য হৈকে ফেইৰ্ ঝৰে কে সঙ্গে লেল।

আবৰি ওসব একঝন্ ধনী আদমী কে ঘৰ গেল। গহাইল ধুইক্কে ওসব ভালা ভালা ঘৰা বাছ্লঃ। সভেজন এক একটা ঘৰা চৰাব বইলকে ঠিক কৰল। জিন্ কইস কে ঘৰা মে চড়ল ওসব। সামনিকে অঁক্ড়া ঝৰে, গহাইল কে পাছেৱাতে একটা শকত দেইখ্ কে ঘৰা ধৰল। আসল মে ওটা একটা বাঘ ৰহ হলঃ। গৰু-ঘৰা ধৰেলে জইহ্ ৰহলঃ হালঃ। অহেটা ধৰইকে ধামাধম জিন্ আৰ লাকাম লাগাইকে পিঠে ওঠল ঝৰে। পৈনা-দু পৈনা যখন বাঘকে চুত্ৰামে মাৰল্ তখন বাঘ কাঁড় ৰকম দৌৰে লাগল। কট্কৰা কাঁটাকে জংঘল মাঝে দৌৰেক্ সময় গটা গাতে ঝৰে কে কাঁটা লাইগ্ গেলে। আৰ মুহজৰা ঝৰে মইৰ গেল।

হিঁয়ে হামনিকে কাহ্নি সিৰাই গেল।



